হৰিবৰ বিপ্ৰৰ

# বভ্ৰুবাহনৰ যুদ্ধ আৰু তাম্ৰধ্বজৰ যুদ্ধ

সম্পাদক

ড° বিৰিঞ্চিকুমাৰ বৰুৱা

ড° মহেশ্বৰ নেওগ

HARIVARA VIPRA'S

# BABRUBAHANAR YUDDHA AND TAMRADHVAJAR YUDDHA

*Critically Edited by*

**Dr. BIRINCHI KUMAR BARUA**

**Dr. MAHESWAR NEOG**

1960

PUBLICATION DEPARTMENT

GAUHATI UNIVERSITY

# সূচীপত্র

## তাম্ৰধ্বজৰ যুদ্ধ

# ভূমিকা

হৰিবৰ বিপ্ৰৰ 'বভ্ৰুবাহনৰ যুদ্ধ'খনি নকৈ প্ৰকাশ কৰিবলৈ কেইবাবছৰৰো আগৰেপৰা যত্ন কৰা হৈছিল। বৰ্ত্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰকাশন বিভাগৰ উদ্যোগত সেই কাৰ্য্য সমাপন কৰা হ'ল। লগতে অলপতে প্ৰাপ্ত 'তাম্ৰধ্বজৰ যুদ্ধ'খনি সন্নিৱিষ্ট কৰা হ'ল। ইয়াৰ আগতে অৱশ্যে ১৯২৫ ছনত 'বভ্ৰুবাহনৰ যুদ্ধ'ৰ এটি সাধাৰণ সংস্কৰণ প্ৰকাশ হৈছিল। বৰ্ত্তমান 'বভ্ৰুবাহনৰ যুদ্ধ' যিখনি সাঁচিপতীয়া পুথিক প্ৰধান সাৰথি কৰি উলিওৱা হৈছে, সেইখনি পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ দ্বাৰা নগাৱঁৰপৰা সংগৃহীত, কামৰূপ অনুসন্ধান সমিতিত ইমান দিন সংৰক্ষিত আছিল। পুথিখনিৰ তাৰিখ ১৬৬১ শক। ইয়াৰ লগতে ১৯২৫ ছনত প্ৰকাশিত (শিৱনাথ ভট্টাচাৰ্য্যৰ দ্বাৰা) কিতাপখনিৰো সাহায্য লোৱা হৈছে।

'তাম্ৰধ্বজৰ যুদ্ধ' নামৰ পুথিখনি খণ্ডিত ৰূপত সংগৃহীত হৈ বৰ্ত্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠাগাৰাত সংৰক্ষিত হৈছে। এই পুথি-খনিৰ সন্ধান ইতিপূৰ্ব্বে পোৱা নগৈছিল। গতিকে অসম্পূৰ্ণভাৱেই তাক ছপা কৰাটো বাঞ্ছনীয় বুলি বিবেচনা কৰা হ'ল। ১৯২৫ ছনত ছপা হোৱা সংস্কৰণত কবিৰ নাম হৰিহৰ বুলি পোৱা যায়। কিন্তু কামৰূপ অনুসন্ধান সমিতিত সংৰক্ষিত 'লৱকুশৰ যুদ্ধ' আৰু 'বভ্ৰুবাহনৰ যুদ্ধ'ৰ সাঁচিপতীয়া পুথিত আৰু বিশ্ববিদ্যালয়ৰ 'তাম্ৰধ্বজৰ যুদ্ধ'ত হৰিবৰ বুলিহে উল্লেখ আছে। সম্ভৱতঃ কবিৰ সেয়ে আচল নাম। 'লৱ-কুশৰ যুদ্ধ', 'বভ্ৰুবাহনৰ যুদ্ধ' আৰু 'তাম্ৰধ্বজৰ যুদ্ধ' তিনিওখনি হৰিবৰ বিপ্ৰৰে ৰচনা নহয় বুলি অনুমান কৰিবৰ বিশেষ কাৰণ নাই। তিনিওখনিৰ বিষয়-বস্তু আৰু ৰচনা-শৈলীৰ বিশেষ মিল আছে। তদুপৰি তিনিওখনৰে বিষয় একে জৈমিনীয়াশ্বমেধৰ-

পৰাই গ্ৰহণ কৰা হৈছে। হৰিবৰ বিপ্ৰই 'বভ্ৰুবাহনৰ যুদ্ধ'ত তেওঁৰ পৃষ্ঠপোষক ৰজা দুৰ্ল্লভনাৰায়ণৰ নাম এইদৰে উল্লেখ কৰিছে—

জয় জয় নৰপতি দুৰ্ল্লভনাৰায়ণ ৰাজা
কামপুৰে ভৈলা বীৰবৰ।
সপুত্ৰ বান্ধৱে যেবে সুখে ৰাজ কৰন্তোক
জীৱন্তোক সহস্ৰ বৎসৰ ॥
তাহান ৰাজ্যত থিত সাধুজন মনোনীত
অশ্বমেধ বিৰচিত সাৰ।
বিপ্ৰ হৰিবৰ কই গৌৰীৰ চৰণ সেই
পদবন্ধে কৰিলা প্ৰচাৰ ॥

'প্ৰহ্লাদ-চৰিত্ৰ'ৰ ৰচক হেম সৰস্বতী আৰু 'জয়দ্ৰথ-বধ'ৰ কবি কবিৰত্ন সৰস্বতীয়েও কমতাৰ ৰজা দুৰ্ল্লভনাৰায়ণৰ উল্লেখ কৰিছে। এওঁলোকে উল্লেখ কৰা দুৰ্ল্লভনাৰায়ণ একেজন লোক বুলিয়েই এতিয়ালৈকে ধৰি লোৱা হৈছে। এই দুৰ্ল্লভনাৰায়ণৰ সময় কালিৰাম মেধি ডাঙৰীয়াই 'প্ৰহ্লাদ-চৰিত্ৰ'ৰ পাতনিত ১২৪৯ খ্ৰীষ্টাব্দ বুলি কৈছে। কনকলাল বৰুৱা ডাঙৰীয়াই মেধিৰ পদ্ধতিৰেই কিন্তু অলপ কঠোৰভাৱে সময়ৰ লেখ কৰি দুৰ্ল্লভনাৰায়ণৰ সময় চতুৰ্দ্দশ শতিকাৰ দ্বিতীয় পাদ ( ১৩৩০-১৩৫০ ) বুলি ঠিক কৰিছে। ডক্টৰ বাণীকান্ত কাকতিয়ে আকৌ দুৰ্ল্লভনাৰায়ণৰ সময় নিৰ্ণয় কৰিছে ত্ৰয়োদশ শতিকাৰ শেষ কিম্বা চতুৰ্দ্দশৰ আগভাগতহে।

আনফালে, 'কথা-গুৰুচৰিত', ৰামচৰণৰ 'শঙ্কৰ-চৰিত'তে ত্ৰয়োদশ-চতুৰ্দ্দশ শতিকাৰ দুৰ্ল্লভনাৰায়ণৰ বাহিৰেও পঞ্চদশ-ষোড়শ শতিকাৰ দোমোজাত কমতা-কামৰূপত দুৰ্ল্লভনাৰায়ণ নামৰ এজন দ্বিতীয় ৰজাৰ উল্লেখ আছে।

এই দুজন দুৰ্ল্লভনাৰায়ণৰ কোনজনৰ লগত হেম সৰস্বতী, হৰিবৰ বিপ্ৰ আৰু কবিৰত্ন সৰস্বতীৰ সম্পৰ্ক, সেই কথা বিচাৰ কৰিব লগীয়া। কবিৰত্ন সৰস্বতীয়ে তেওঁৰ কাব্যত দুৰ্ল্লভনাৰায়ণৰ পুত্ৰ ইন্দ্ৰনাৰায়ণ ৰজাৰ স্পষ্ট উল্লেখ কৰিছে। নগেন্দ্ৰনাথ বসুৰ 'Social History of

Kamarupa'-ত দিয়া কবিৰত্নৰ বংশলতাৰপৰাও, কবিৰত্ন সৰস্বতী শঙ্কৰদেৱৰ উপৰি পুৰুষ চণ্ডীবৰৰ আৰু প্ৰথম দুৰ্ল্লভনাৰায়ণৰ সমসাময়িক হোৱাটো সম্ভৱ যেন লাগে। আনপিনে, হেমসৰস্বতী আৰু হৰিবৰ বিপ্ৰৰ লগত প্ৰথম দুৰ্ল্লভনাৰায়ণৰ সময়ৰ সম্পৰ্ক লৈ নিশ্চয়কৈ একো কোৱা টান।

ৰমানন্দ দ্বিজৰ 'শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ'ত এজন পণ্ডিত আৰু কবি হৰিবৰ বিপ্ৰৰ কথা আছে—

কুণ্ডিল গোষ্ঠীত জাত পুৰুষ সুন্দৰ।
ব্ৰাঘ্ৰপিণ্ডা গ্ৰামেশ্বৰ মুখ্য পণ্ডিতৰ॥
যাৰ গৃহ-দ্বাৰে জলে গজ-বাজীচয়।
বিপ্ৰ হৰিবৰ খ্যাতি যাহাক কহয়॥
ভাৰত পুৰাণ পদ কৰিছা বিস্তৰ।

চৰিত খনিত উল্লেখকৰা হৰিবৰ আৰু যুদ্ধ-কাব্য দুখনিৰ কবি হৰিবৰ, দুইকে একে বুলি ধৰিবলৈ যথেষ্ট থল আছে। 'ভাৰত পুৰাণ পদ' কথাটোৱে এই দুখনি-কাব্য পুথিলৈকে আঙুলিয়াই যেন লাগে, আৰু 'লৱ-কুশৰ যুদ্ধ'ৰ হৰিবৰ বিপ্ৰক দ্বিতীয় দুৰ্ল্লভনাৰায়ণৰ সমসাময়িক বুলি ধৰিলে চৰিতৰ হৰিবৰ বিপ্ৰৰ লগত তেওঁক একেজন বুলি নিঃসন্দেহে ধৰিব পৰা হয়। সেইমতে, হৰিবৰ বিপ্ৰৰ সময় পঞ্চদশ শতিকাৰ শেষ ভাগ বুলি ঠাৱৰ কৰিব লাগিব। চৰিতত থকা ব্যাঘ্ৰ-পিণ্ডা গাৱঁৰ সঠিক অৱস্থিতি নিৰ্ণয় কৰিব নোৱাৰিলেও চৰিতৰ বৰ্ণনাৰপৰা বৰ্ত্তমান মধ্য অসমৰ কোনো ঠাইতে এই গাওঁ আছিল বুলি অনুমান হয়।

হৰিবৰ বিপ্ৰই জৈমিনিৰ অশ্বমেধপৰ্ব্বৰপৰা ৰাম-কথা পদত ভাঙিছে আৰু 'বব্ৰুবাহনৰ যুদ্ধ'ত তেওঁ 'গৌৰীৰ চৰণ' সেৱা কৰিছে যদিও অন্যান্য প্ৰসঙ্গৰপৰা তেওঁ শাক্ত আছিল বুলিও অনুমান কৰিব পাৰি। হৰিবৰ বিপ্ৰ সম্পৰ্কে এতিয়ালৈকে ইয়াতকৈ অধিক কথা একো পোৱা হোৱা নাই।

অসমীয়া ভাষাৰ ক্ৰম-বিৱৰ্ত্তনৰ ফালৰপৰাও হৰিবৰ বিপ্ৰৰ ৰচনাৰ মূল্য আছে। মাধৱ কন্দলিৰ 'ৰামায়ণ'ৰ দৰে হৰিবৰ বিপ্ৰৰ ৰচনাতো

বহু অপ্ৰচলিত শব্দ আৰু জতুৱা বাক্য-ৰীতিৰ প্ৰয়োগ দেখা যায়। তলত তেনে কেইটামান জতুৱা বাক্য আৰু খণ্ডবাক্য 'বভ্ৰুবাহনৰ যুদ্ধ'ৰ পৰা উদ্ধৃত কৰা হ'ল।—

কথামাতে, ১৮; বনাৰে, ১৮; এৰৈ এৰৈ, ২৩; চলচল কৰে, ২১; টঙ্ক নামে চাণ্ডালক সহিতে নপাৰি, ৪৬; হাসিত কন্দল যেন সেহি পটন্তৰ, ৭৪; আতেসে বড় হাৰো, ৮৫; আতেসে অধিক মোৰ দহে পোৰে গাৰ, ৮৬; বড় দেখাৰ মুনিষ, ৮৭; বুঢ়াৰ হাতৰ চেঙ্গলি সেন্থৰে নযাস, ৮৭; লাভক চাহান্তে জনো মূল হেৰুৱাস, ৮৭; গৈলেসে জানিয় পথ নিয়ৰ কি দূৰ, ৮৮; খাইলেসে জানিয় পথ্য তিত কি মধুৰ, ৮৮; যশৰাশি পাইলো বৰ বাপক উপাসি, ৮৪; হেন নউ দেখা তিনি লোকে অপৰাধ, ৯০; যৈসানি তৈসানি মৰিবাৰ একবাৰ, ১০০; বোলাস মুনিষ, ১০২; কটকটায় ঘাৰ; ১০২; হেন জানো যমে পাত মলচে তোমাৰ, ১০২; সিও মান্য শুঝিবোহা, ১০৮; ফুৰিয়া ফুৰি, ১২৫ ১৪৪; নলৰে নচৰে যেন মূঢ়া কাষ্ট গোট, ১২৯; চিন্তে মহামাৰ, ১৩১; থকবক কৰি, ১৫১; দিল ধাৰ, ৫৮; নিয়ন্তে যাহন্তে ভাগৰিল যমদূত, ১৯০; সবে শুঝো মান, ১৯৩; হস্তীৰো পিছলে পাৰ, সুজনে বুড়াএ নাৰ, আঙ্কো আৰিত হাৰয় জুয়াৰ, ২২০; তথাঞ্চে, ২২০; সকলে ভাবনা হৈল চুৰ, ২২২; লাজ আসিব সৰাৰে, ২২৬; ভালৰেসে ভাল মন্দৰ মন্দবাণী, ৩১২; কুলক্ষণে পাইলেক সুখৰ মুণ্ড খাইলা, ৩১২; ছাগে কি কৰিব পাৰে বাঘৰ আগত, ৩১৫; এদিনাত কৰি, ৩৩৭; চাটু কৰে, ৩৩৯; মঙ্গল বঢ়ায় ৩৪২; হৰিষ কালত বিষাদ নুযুৱায়, ৩৬০; হেন লন্ত, ৩৯৯; নখে যিবা কাৰ্য্য সিঝে কুঠাৰ লগাস, ৪২৫; সাধি পাৰি ৪৫৩; দোঙ্গা-দোঙ্গি পাৰে ৪৯৫; শাস কৰা দেখি যেন তেতুলিৰ ফুল, ৫০০; হৰিণক পাইলে শশাক কোনে সোধে, ৫০৮; তোমাৰ বিকলে সুধিবাক নাই ঠাই, ৫৪২।

'বভ্ৰুবাহনৰ যুদ্ধ'ৰ পৰা বৈশিষ্ট্যপূৰ্ণ বৈয়াকৰণ ৰূপৰ এটি তালিকা সন্নিৱিষ্ট কৰা হ'ল—

ধৰিত, ৯৯ ; পৰিবাৰ, ১২৬ ; সবেহন্তে ২০৪ ; মাৰিলাক, ২৩৪ ; নিমাব্যক, ৩০৪ ; পাসৰিবৰ, ৩০৮ ; মাৰিএৰো, ৩১৩ ; কাটিলাক, ৩৫০ ; কহিত, ৩৯৭ ; কাঢ়িলাক, ৪৬৩ ; কৰিএৰো, ৪৭৮ ; দেখাএৰো, ৪৭৯ ; লগাএৰ, ৪৯২ ; সবেহন্তে, ৫০৩ ; চিণ্ডিএৰো, ৫৫০ ; হৰাইবাৰ, ৫৬৪ ।

মহাভাৰতৰ আদিপৰ্ব্বত ব্যাস মুনিয়ে সুমন্ত, জৈমিনি, পৈল, শুক, আৰু বৈশম্পায়ন নামে তেওঁৰ পাঁচজন শিষ্যক মহাভাৰত শিকায় বুলি উল্লেখ আছে। তেওঁলোক পাঁচোজনে একোখনকৈ সংহিতা ৰচনা কৰে। কিন্তু জৈমিনি ঋষিৰ মহাভাৰতৰ সংহিতাৰ আশ্বমেধিক পৰ্ব্বৰ বাহিৰে আন কোনো পৰ্ব্বৰ সন্ধেদ পোৱা নাই। এই অশ্বমেধ-পৰ্ব্ব মহাভাৰতৰ অংশ হ'লেও ইয়াত পুৰাণসমূহৰ দৰে বৈষ্ণৱ সম্প্ৰদায়ৰ মতবাদৰ প্ৰতি আনুগত্য দেখা যায়। এই ৰচনা ডক্টৰ মৰিচ্ উইণ্টাৰ্নিজে পুৰাণসমূহৰ ভিতৰতো শেষৰ কালত ৰচিত পুৰাণ বা পুৰাণৰ অংশসমূহৰ সময়লৈ নিব খোজে। পুথিখনিত এঠাইত (৫৫।৮) ষষ্ঠ শতিকাৰ বৰাহমিহিৰৰ উল্লেখ আছে আৰু আনহাতে পুথিখনিত বিষ্ণুপূজাৰ যি ৰূপ পোৱা গৈছে, তাকে বিচাৰ কৰি উইণ্টাৰ্নিজে এনে মত দিছে। ইয়াৰ অন্তৰ্গত চন্দ্ৰহাস আৰু বিষয়াৰ উপাখ্যানৰ শেষত ভাগৱত-পুৰাণৰ উদ্ধৃতিয়ে তাক নৱম শতিকা বা তাৰো পিছৰ কালৰ ৰচনা বুলিহে ইংগিত দিয়ে। (যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞৰ উল্লেখ আৰু যজ্ঞ-ঘোৰাৰ লগত যোৱা অৰ্জ্জুন, কৃষ্ণ আদিৰ যুদ্ধৰ বৰ্ণনাও আছে।)

হৰিবৰ বিপ্ৰই 'বব্ৰুবাহনৰ যুদ্ধ'ৰ আখ্যান-ভাগৰ অৰ্জ্জুন আৰু চিত্ৰাঙ্গদা-পুত্ৰ বব্ৰুবাহনৰ যুদ্ধৰ কাহিনী জৈমিনীয়াশ্বমেধৰ ১২-১৪ আৰু ৩৭-৪০ অধ্যায়ৰপৰা আৰু মাহীষ্মতীপুৰৰ ৰজা নীলধ্বজ আৰু ৰাণী জ্বালাৰ কাহিনী ১৪-১৫ অধ্যায়ৰপৰা গ্ৰহণ কৰিছে। কাব্যৰ প্ৰয়োজন অনুসাৰে হ্ৰস্ব-দীৰ্ঘ কৰাৰ বাহিৰে কবিয়ে মূল কাহিনীৰ বিশেষ সাল-সলনি কৰা নাই। মূলত সপ্ততলৰ বৰ্ণনা আছে (৩৮।১৭৬-৮৭), কিন্তু কাব্যত তাক বাদ দিয়া হৈছে। ভোগৱতী নদীৰ

পাৰৰ হাটকেশ্বৰ শিৱ-লিঙ্গৰ (পাতালে পৰমং লিঙ্গং সংৱীক্ষ্য হাটকেশ্বৰম্) প্রসঙ্গই সাধাৰণ পাঠকক অসুবিধাত পেলাব বুলি তাকো এৰিছে। বিভিন্ন পৰিস্থিতিক ঘৰুৱা চিত্ৰকল্প আৰু উপমাৰে সহজ-বোধ্য কৰি তোলা হৈছে। অৰ্জ্জুনে বভ্রুবাহনক কৈছে, বন্ধুভাৱে আহিও তেওঁ শক্ৰুৰ আগত পৰিব লগীয়া হ'ল—

আগে যেন মনুষ্যে লৱৰে খৰতৰি।
ছাগ বুলি বাঘৰ গলত আছে ধৰি॥ ৭৬
মনুষ্যে এড়ন্তে গলৰ নেৰে বাঘে।

বভ্রুবাহনে সমুচিত উত্তৰ দি কৈছে যে ভীষ্ম, কৰ্ণ, দ্রোণক মিছা ছ কৰি মৰাত অৰ্জ্জুনৰ গৌৰৱেই বা ক'ত!—

কপাস কাতিয়া শশা দিৱয় লৱড়।
লোকত জনায়ে বৃক্ষ পাড়িলোহো বড়॥
সেহিমতে কুৰু-সেনা মাৰি ভৈলা গহ।
মোৰ পৰাক্রম আজি খানিতেক সহ॥ ৮৯

বৃষকেতুৱে বিচক্ষণ শৰ-নিক্ষেপৰ দ্বাৰা বভ্রুবাহনক উৰুৱাই নিয়া আ বভ্রুবাহনে ঘূৰি বৃষকেতুৰ ওপৰত পৰিলত বৃষকেতুৰ আত্ম-ৰক্ষ প্ৰচেষ্টা কবিয়ে এইদৰে বৰ্ণনা কৰিছে,—

হৃদয়ত পৰি বীৰে দুই হাতে আটে।
বলৱন্ত নাৰী যেন বেসুৱাৰ বাটে॥ ২৬৪
পানীৰ মাছক যেন হাতে আছে ধৰি।
এড়াইতে মুৰাৰি কৰে ঘৰসা-ঘৰসি॥

২৮৫ পদত কৰ্ণই ইন্দ্ৰক স্বগাত্র-মাংস-দান কৰি পূজা ক উল্লেখ লক্ষণীয় (স্বগাত্রং হি সমুৎকৃত্য পিতা শক্রায় তে দ ৩৮.৯।) মূলত একে প্ৰসঙ্গতে বৃষকেতুৰ নৰ-শিৰেৰে সূৰ্য্য পূ কথা আছে—

ত্বয়া শক্ৰশিৰাংস্তেৱ পঙ্কজানি কৰেণ চ।
গৃহীত্বা ৰুধিৰাক্তানি মৌক্তিকানি ৰণাঙ্গণে॥
পিতামহায় সূৰ্যায় দত্তোঽৰ্ঘঃ প্ৰত্যহং মুদা। ৩৮।১১-১২

২৯৪ পদত পুনৰ বভ্ৰুবাহনে ঠাট্টাত অৰ্জ্জুনক উপদেশ দিছে বৃষকেতুৰ ছিন্ন শিৰেৰে শিৱক পূজিবলৈ,—

বৃষকেতোঃ শিৰশ্চত্ৰং শিৱপূজনলিঙ্গকে।
উত্তিষ্ঠাৰ্পয় দেৱায় শঙ্কৰায় ধনংজয় ॥
তুষ্টঃ প্ৰদাস্যতি হৰঃ শস্ত্ৰং পাশপতং চ তে॥ ৩৮।২৫-২৬

চিত্ৰাঙ্গদাই বভ্ৰুবাহনক পৰশুৰামতকৈও পাপী বুলি ভৎ‍ৰ্সনা কৰিছে, কিয়নো পৰশুৰাম অকল মাতৃহন্তাহে আছিল, কিন্তু বভ্ৰুবাহনে যুদ্ধ কৰি পিতৃকো হত্যা কৰিছে আৰু স্বামী-শোকাগ্নিত পেলাই মাতৃকো পৰোক্ষভাৱে হত্যা কৰিবলৈ ওলাইছে (৩৮৫-৮৬)। যুদ্ধৰ বৰ্ণনাত হৰিবৰ বিপ্ৰই প্ৰায় মূলকে অনুসৰণ কৰিছে। বিভিন্ন অস্ত্ৰ-শস্ত্ৰৰ সংখ্যাত কিছু হেৰ-ফেৰ আছে যদিও সেইবোৰৰ বাবে কবিতকৈ লিপিকাৰসকলহে যেন অধিক দায়ী। প্ৰদ্যুম্নৰ কাম-শৰ প্ৰয়োগৰ ভয়ঙ্কৰ বৰ্ণনা হৰিবৰ বিপ্ৰই কিছু মৃদুভাৱে দিছে। জৈমিনীয়াশ্বমেধৰ অজস্ৰ ডাকিনী-যোগিনীৰ, পিশাচ, যক্ষ, ব্ৰহ্মগ্ৰহ, আদিৰ ঠাইত হৰিবৰ বিপ্ৰই মাত্ৰ এবাৰহে ডাকিনী-যোগিনীৰ উল্লেখ কৰিছে।

গোটেই কাব্যখনত মাত্ৰ বভ্ৰুবাহন আৰু বৃষকেতুৰ মাজত হোৱা যুদ্ধৰ বৰ্ণনাতহে কবি মূলৰপৰা কিছু দূৰ আঁতৰি আহিছে। অৰ্জ্জুনলৈ নিক্ষেপ কৰা অৰ্দ্ধচন্দ্ৰ বাণৰ বৰ্ণনা জৈমিনিতকৈ বাহুল্যভাৱে দিছে। ফলত পাঠকৰ মনত এই ভয়লগা ঘটনাৰ কল্পনা আৰু গভীৰতৰ হৈছে।

জৈমিনীয়াশ্বমেধত (৩৭।৩১-৪০) অৰ্জ্জুনে বভ্ৰুবাহনৰ হাতত তেওঁৰ মহা মহা বীৰ সৰহভাগকে যেতিয়া নিহত হোৱা দেখিলে তেতিয়া তেওঁ বৃষকেতুৰ আগত শোক কৰি, অশ্বমেধ যজ্ঞৰ আন বাকী থকা কামবোৰ কৰিব নোৱাৰিব, আৰু যজ্ঞ সমাধা হোৱাৰো আশা নাই বুলি আক্ষেপ কৰিছে। কিন্তু হৰিবৰ বিপ্ৰৰ কাব্যত অৰ্জ্জুনে সেই কথা কৈয়ে ক্ষান্ত থকা নাই, তেওঁৰ অতীত কীৰ্ত্তিলৈ উভতি চাই কৰুণভাৱে বিলাপ কৰিছে। অৰ্জ্জুনৰ শোক-গাঁথা ৰচনাত কবি কৃতকাৰ্য্য হৈছে। শোকৰ গভীৰতা চিত্ৰিত কৰিব পৰা ক্ষমতাও যিদৰে কবিয়ে দেখুৱাইছে, সেইদৰে আনন্দ-মুখৰ হাস্য-মধুৰ ভাবৰ ছবিও

তেওঁ ফুটাই তুলিবলৈ সমৰ্থ হৈছে। অৰ্জ্জুনৰ হাতত বক্ৰুবাহনৰ আত্ম-সমৰ্পণৰ বৰ্ণনাত কবিয়ে আনন্দময় পৰিৱেশৰ সৃষ্টি কৰিছে। আৰু মূলত নথকা সত্ত্বেও প্ৰচলিত সকলোবোৰ বাদ্যযন্ত্ৰ, যেনে, তাল, ঢোল, ভেৰী, ভেমছি, ধুমছি, ডগৰ, বাংশী, তেমছি, খিকিছি, মাদলী, ৰেমছি, টোকাৰি, কাংসী, বীণা, কৰতাল, ঝাঝাৰি, দুবলৰ উল্লেখ কৰি নৃত্যগীত বৰ্ণনা সম্পূৰ্ণ কৰি তুলিছে। (পদ ৫৬-৫৭) মণিপুৰত বিজয়োৎসৱৰ বৰ্ণনাও কবিয়ে নিজস্বভাৱে দিছে। জৈমিনীৰ মণিপুৰৰ চিত্ৰাঙ্কন হৰিবৰৰ হাতত ব্যাপক আৰু বৰ্ণোজ্জ্বল হৈ উঠিছে। মূলৰ কেইটিমান চৰাই

হংসাশ্চৈৱ ময়ূৰাশ্চ শুকাঃ পাৰাৱতাস্তথা।
সাৰিকাঃ কোকিলাঃ কেকা ৰত্নকাঞ্চননিৰ্মিতাঃ॥ ২৩-১৪

আৰু পশুৰ ঠাইত জাক-জাক চৰাই, পশুৰ অৱতাৰণা কৰিছে। প্ৰাচীৰ-চিত্ৰত দেৱ-দেৱী আৰু নাৰীৰ সংখ্যাও বঢ়াইছে। জৈমিনিয়ে অৰ্জ্জুনৰ কুণ্ডল-উজ্জ্বল শিৰ ছিগি মাটিত পৰাৰ কথা কৈছে ঃ

তাৱৎ বাণেন তীব্ৰেণ শিৰো জ্বলিতকুণ্ডলম্।
ছিন্নং পাৰ্থস্য তৰসা নিপপাত ধৰাতলে॥ ৩৮।৬১-৬২

হৰিহৰ বিপ্ৰই তাৰ লগতে সেই ছিন্ন শিৰ কেনে বিতোপন আছিল তাৰ সবিস্তাৰ বৰ্ণনা দিছে।

বাসুদেৱ কৃষ্ণৰ পূজাৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদনেই মূল জৈমিনি ভাৰতৰ এটি ঘাই উদ্দেশ্য। কৃষ্ণদেৱৰ সৰ্ব্বদলন বীৰত্ব, পাপনাশন শক্তি আৰু সৰ্ব্বপ্ৰকাৰে শ্ৰেষ্ঠত্ব অনেক ঠাইত ঘোষণা কৰা হৈছে। হৰিবৰে এনে প্ৰসঙ্গৰ শ্লোকসমূহৰ যথানুৰূপ ভাঙনি দি কৃষ্ণ-ধৰ্ম্মৰ গৌৰৱ প্ৰচাৰ কৰিছে। কৃষ্ণ-স্মৰণৰ পাপ-পাৱন শক্তিৰ কথা কোৱা হৈছে,—

সৰ্ব্বানি যান্তি কৃষ্ণস্য স্মৰণাৎ পাতকানি চ। ৩৮-১২৯

যত যত পাপমানে কৰয় মহন্ত।
মাধৱক স্মৰন্তে সকলে হবে হত॥ ৪০১

পঞ্চপাতক কৰ্ত্তাৰঃ কিং নাম্নাস্ত ন তাৰিতাঃ।
তুৰ্য্যে যুগে চ সংপ্ৰাপ্তে মানৱান্ পাপপূৰিতান্॥
পাৱয়িষ্যতি নামাস্ত ৱিষ্ণোৰমিততেজসঃ।
কুতো দুঃখং কুতো দৈন্যং কুতঃ পাপভয়ো নৃণাং॥ ৪০-৪১-৪২

যিটো পুন প্ৰাণী পঞ্চপাতক-যুগুত॥
যেৱেসে হৰিক স্মৰে শুদ্ধ চিত মনে।
সকল পাপক এড়াই তাঙ্ক দৰশনে॥ ৫৯১
হৰি হেন বাণী যাৰ জিহ্বাত বসয়।
কি কৰিব পাৰে তাক মহা পাপচয়॥

ইয়াত প্ৰায় নৱবৈষ্ণৱ যুগৰ নাম-ধৰ্ম্ম মহিমা প্ৰচাৰৰ উৎসাহ উদ্দীপিত হৈ উঠিছে।

প্ৰাক-শঙ্কৰী কবি বুলিয়েই যে অসমীয়া সাহিত্যৰ ক্ষেত্ৰত হৰিবৰ বিপ্ৰ বিশেষ উল্লেখযোগ্য তেনে নহয়, ৰচনাৰ সাধাৰণ সৌষ্ঠৱৰ গুণতো হৰিবৰ বিপ্ৰ প্ৰাচীন অসমীয়া সাহিত্যৰ প্ৰসিদ্ধ কবি। জতুৱা খণ্ডবাক্যৰ ব্যৱহাৰত তেওঁক মাধৱ কন্দলিৰ পিছতে ধৰিব পাৰি। 'জৈমিনীয়াশ্বমেধ'ৰপৰা আখ্যানৰ পদ ডাঙনি কৰা অসমীয়া কবিসকলৰ ভিতৰত হৰিবৰ বিপ্ৰই প্ৰথম আৰু প্ৰধান। হৰিবৰে জৈমিনিৰ ওপৰত নিৰ্ভৰ কৰি তেওঁৰ সৰু খণ্ডকাব্য দুখনি লিখিছে। কাহিনী ৰচক-স্বৰূপে এই দুই কাব্য কবিৰ দক্ষতাৰ সাৰ্থক পৰিচয়।

প্ৰকাশন বিভাগৰপৰা হৰিবৰৰ 'বব্ৰুবাহনৰ যুদ্ধ' আৰু 'তাম্ৰধ্বজৰ যুদ্ধ' দুয়োখনি একলগে প্ৰকাশ কৰাৰ দায়িত্ব লোৱা বাবে বিশ্ব-বিদ্যালয়ৰ কৰ্ত্তৃপক্ষ ধন্যবাদৰ পাত্ৰ। এইজন কবিৰ আনখনি পুথি ডক্টৰ মহেশ্বৰ নেওগৰ দ্বাৰা আধুনিক পদ্ধতিৰে সম্পাদিত হৈ অসম সাহিত্য সভাৰপৰা ইয়াৰ আগতে প্ৰকাশিত হৈছে। প্ৰকাশন বিভাগৰ শ্ৰীমতী প্ৰীতি বৰুৱা এম্. এ. আৰু শ্ৰীকেশৱ মহন্তই মুদ্ৰণালয়ৰপৰা কিতাপখনি সজাই-পৰাই উলিওৱাত সাহায্য কৰাত দুইৰো শলাগ লৈছো।

বিৰিঞ্চি কুমাৰ বৰুৱা
মহেশ্বৰ নেওগ

গুৱাহাটী বিশ্ববিদ্যালয়
১৫ই মাৰ্চ, ১৯৬০

# ॥ বভ্রুবাহনৰ যুদ্ধ ॥

## ॥ নমো শ্ৰীকৃষ্ণায় নমঃ ॥

গ্ৰন্থাৰম্ভ

জয়তি পাণ্ডৱগণ হৰিৰ সেৱক।
অশ্বমেধ যজ্ঞ কৰি তুষিলা দেৱক ॥
গোত্ৰ-হত্যা-পাতকত তাৰণ কাৰণে।
অশ্বমেধ যজ্ঞ আৰম্ভিলা পাণ্ডুগণে ॥ ১

অৰ্জ্জুনৰ মণিপুৰ-প্ৰৱেশ ; মণিপুৰৰ বৈভৱ

অনন্তৰে কুন্তী-সুত বীৰ ধনঞ্জয়।
ঘোৰাৰ লগত সাজি সসৈন্যে চলয় ॥
মণিপুৰ নগৰত প্ৰৱেশিলা পাছে।
তাত অধিপতি অৰ্জ্জুনৰ পুত্ৰ আছে ॥ ২
শুনা মণিপুৰ নগৰীৰ কেন নয়।
সাঞ্চা ব্যতিৰেকে প্ৰজা মিছা নোবোলয় ॥
স্বামী-সেৱা বিনে নাৰী নিচিন্তয় আন।
ব্ৰাহ্মণৰ আন নাই পঢ়ন-পঢ়ান ॥ ৩
মণিপুৰ নগৰত যত নাৰী-নৰ।
হৰি-চৰণত সদা ভক্তি-তত্ত্ব-পৰ ॥
ৰাজাৰ প্ৰাসাদে সদা আন কথা নাই।
হৰি-কথা চৰ্চ্চি থাকে হৰিক ধিয়াই ॥ ৪
হৰিৰ প্ৰসাদে বভ্রুবাহ নৰেশ্বৰ।
জিনিলন্ত ৰাজাগণ চাৰিও দিশৰ ॥
হেন নাহি ৰাজা নখাটয় মণিপুৰে।
আছোক নৃপতি কাজ মানে থাকে দূৰে ॥ ৫

শুনিয়োক ৰাজাগণ খাটয় যেন কৰি।
সহস্ৰ সংখ্যাত সুৱৰ্ণক আনে ভৰি॥
আন যত ধন দেই লেখা নাহি তাৰ।
বছৰে বছৰে লৱে সকলে ৰাজাৰ॥ ৬
সুখে যেৱে নেদিয়ে দুখেও লৱে ধৰি।
সুবুধি সেনাপতি লৱে বিকৰ্থনা কৰি॥
ধন-জন লৈয়া তাক কৰে ৰণ্ডভণ্ড।
গজ-বাজী প্ৰজা লৱে অপৰাধ-দণ্ড॥ ৭
সেহি ধনে ৰাজা বক্রুবাহ ভৈলা বড়।
সোণে-ৰূপে বান্ধিলেক গড় চৌপাশৰ॥
বহল দীঘল থূলন্তৰ গড়চয়।
আছোক মনুষ্য দেৱতাৰো লাগে ভয়॥ ৮
তাৰ বাঝে গড়খাই সাগৰ-সঙ্কাশ।
আছোক লঙ্ঘিবে তাক দেখন্তে তৰাস॥
উছল-পাছল জল মৎস্যৰ প্ৰভাৱ।
সৰ্ব্বদায়ে খলকে নখণ্ডে আন ভাৱ॥ ৯
গড়ৰ ভিতৰে আছে অসংখ্যাত ঘৰ।
নাহি চিন্তা-চৰ্চ্চা জানা নাৰী-পুৰুষৰ॥
নাহি চিন্তা-চৰ্চ্চা মাত্ৰ পিন্ধনৰ বাঝে।
মহা সুখে বঞ্চে প্ৰজা মণিপুৰ মাঝে॥ ১০
সেহি নগৰীত পাছে প্ৰৱেশিলা হয়।
কটকে সহিতে খেদি যান্ত ধনঞ্জয়॥
নগৰীৰ ঠান দেখি বড়ে ভৈলা ভয়।
হংসধ্বজ নৃপতিত পুছিলা নিচয়॥ ১১
অৰ্জ্জুন বদতি শুনিয়োক নৃপবৰ।
সমস্তে সুৱৰ্ণময় কাহাৰ নগৰ॥

কৈত পাইলেক সুৱৰ্ণৰ এত দাম।
কিবা ঠান ৰাজাৰ কহিয়ো কিবা নাম॥ ১২
যৈসানি কৰিলা ৰাজসূয় ধৰ্ম্মৰাজে।
বিস্তৰ ফুৰিলো দিগবিজয়ৰ কাজে॥
সিকালতো নেদেখিলো ইখান নগৰ।
পৃথিৱীতে স্বৰ্গ-সুখ ভুঞ্জে কোন নৰ॥ ১৩
হংসধ্বজ বদতি শুনিয়ো পাণ্ডু-সুত।
স্বৰূপ কহিবো কথা যেহেন যুগুত॥
বক্ৰুবাহ নামে ৰাজা গণিতাত সাৰ।
মণিপুৰ নামে নগৰৰ অলঙ্কাৰ॥ ১৪
আছোক ৰাজাৰ শুনা কথা সুবুধিৰ।
সাগৰ-গম্ভীৰ ধীৰ গুণৰ মন্দিৰ॥
পৰ নৃপতিৰ দম্ভ খানিকো নসহে।
অনুমান কথাক ৰাজাৰ আগে কহে॥ ১৫
তাৰ যেৱে কটকে আমাৰ ধৰে হয়।
মেলাইবাক লাগি তেৱে হুইবেক সংশয়॥
দাৰুণ দুৰ্ব্বাৰ বীৰগোট ভয়ঙ্কৰ।
আমি কেনমতে তাক কৰিবো সমৰ॥ ১৬
হেন জানি আপুনি থাকিয়ো সাৱধানে।
যত্ন কৰি কটক থৈয়োক থানে থানে॥
আপুনাক ৰাখিয়ো ঘোড়াৰ পাছ কথা।
আৰু শুনিয়োক কেন বিপৰীত তথা॥ ১৭

অৰ্জ্জুনৰ বিমঙ্গল-দৰ্শন

হেন কথা-মাতে যেৱে আছন্ত অৰ্জ্জুন।
উপৰত বেঢ়ি বেঢ়ি বনাৱে শগুন॥
অৰ্জ্জুনৰ মৃত্যুক দেখাইলা গৃধ্ৰচয়।
বিপৰীত দেখি সৰ্ব্ব জনে ভৈলা ভয়॥ ১৮

জৈমুনি বদতি ৰাজা শুনা জন্মিজয়।
মণিপুৰ নগৰত প্ৰৱেশিলা হয়॥
তাত পাছে বৃতান্ত মিলিল যতমানে।
সকলে কহিবো ৰাজা শুনা সাৱধানে॥ ১৯

বব্ৰুবাহনৰ ঘোৰা-নিৰোধৰ আদেশ

বব্ৰুবাহ ৰাজা আছে সিংহাসনে বসি।
লৰৱন্তে কটোৱালে জনাইলেক আসি॥
প্ৰণামিয়া বোলে প্ৰভু দিয়োক উত্তৰ।
নাজানো কোথাইৰ ঘোৰা পশিল নগৰ॥ ২০
চলচল কৰে ঘোৰা সৱ শুক্লবৰ্ণ।
লাঞ্জতাৰ হালধীয়া কৃষ্ণ দুই কৰ্ণ॥
সুৱৰ্ণৰ পত্ৰখান আছে কপালত।
ঘাঘৰ-ঘুগুৰা বাজে সকলে গাৱত॥ ২১
ৰাজায়ে বোলন্ত চল চল কটোৱাল।
বিলম্ব নকৰি শীঘ্ৰে ঘোৰা ধৰি আন॥
বীৰগণ সহস্ৰেক লগে যাওক সাজি।
আলজাল এৰি এতিক্ষণে আন বাজী॥ ২২
ৰাজাৰ আদেশ পালি গৈল তেতিক্ষণে।
ৰাজাক উপাসি আছে অনেক ৰাজাগণে॥

মণিপুৰৰ ৰাজসভা-বৰ্ণনা

এৰৈক এৰৈক ৰাজা দেৱৰাজ সমসৰ।
তেসম্বে উপাসি আছে ৰাজাৰ উচৰ॥ ২৩
সাৰি সাৰি জানু পাৰি আছে সেৱা কৰি
লোহিত কামলি বস্ত্ৰ পৰিধান পৰি॥
বস্ত্ৰ অলঙ্কাৰ সৱে চন্দনে ভূষিত।
হেনমতে ৰাজাগণ আছয় তহিত॥ ২৪
বব্ৰুবাহা ৰাজাৰ বহল সভাখান।
সুৱৰ্ণৰ ভিণ্ডি মনুষ্যৰ গলমাল॥

সোণাৰ মাণ্ডলি দিলা ৰূপাৰ ৰুৱলি।
ৰূপাৰ সণ্ডাশ কামী সুৱৰ্ণৰ শলি ॥ ২৫
কাম পিটি পিটি দিল চৌপাশে মেৰষ্টি।
পিতলৰ সাজি সাজি তাতে দিলা জেষ্ঠি ॥
হেন নউ দেখি কোথানে গৃহাৰম্ভ।
তাতে দিল অযুতেক সুৱৰ্ণৰ তম্ভ ॥ ২৬
অনেক ৰতনে ঘৰ কৰে ঝাতিকাৰ।
কিছো কিছো তুলি দিল চৌপাশৰ বাৰ ॥
চিত্ৰকৰে প্ৰবন্ধে অনেক আছে লেখি।
মাতো মাতো কৰে জীৱন্তা হেন দেখি ॥ ২৭
ইন্দ্ৰ প্ৰতিমুখে দেৱ লিখিল সকল।
বাসুকি প্ৰতিমুখে যতেক নাগ-বল ॥
ৰাম প্ৰতিমুখে ৰাজাগণ সমুদায়।
স্বৰ্গ মৰ্ত্ত্য পাতাল দেখিয় এক ঠাই ॥ ২৮
জানকী দ্ৰৌপদী তাৰা যত মুখ্য নাৰী।
সৱাকে লেখিলা চিত্ৰকৰে ভাল কৰি ॥
গাছ মাছ তৰু তৃণ যত সংসাৰত।
সবাকে লিখিয়া আছে চৌপাশে বাৰত ॥ ২৯
হস্তী ঘোৰা মহিষ লেখিলা উট খৰ।
মনুষ্যৰ কান্ধে দোলা চড়িত উপৰ ॥
পুৰুষৰ মাজে নাৱ লিখি আছে বাৰে।
উড়ো উড়ো কৰে নাৱ বৈঠাৰ লৈচাৰে ॥ ৩০
সিংহ বাঘ ঘোঙ্গ নাগ বৰাহ ভালুক।
বিড়ালী কুকুৰা ভেক কটলা জম্বুক ॥
আনো সব যত জন্তু আছে সংসাৰত।
সৱাকো লিখিয়া আছে চৌপাশে বাৰত ॥ ৩১

হংস পাৰাৱত বক শেন যত পক্ষী।
কৈৰ মৈৰা কুকুৰা বালুকি আছে লেখি॥
সাৰঙ্গ কুৰুৱা ভেৰা কুপতি কুৰুছঁয়া।
পানী-কাউৰ ঘোগৰা মাছৰঙ্কা দেৱসুয়া॥ ৩২
ভদ্ৰকালি কাম কোণ্ঢা মস্তুৰা টিটিৰী।
টেপচি শালিকী টুনি কনোৱা-মুছৰি॥
দেৱ-চৰাই ঘৰ-চৰাই শগুণ টোকোৰা।
বড়য়াল পূণ্ডৰীক গোবৰ-খোচৰা॥ ৩৩
গঙ্গা-চিলা ফাকু-চিলা বাৰই পক্ষিলা।
কোৰঞ্চ কুৰুৱা পেঞ্চা ডিঙ্গৰঙ্গা চিলা॥
এহি আদি কৰি পক্ষী লেখি আছে তয়।
আউৰ নকহিলো পদ বিস্তৰক ভয়॥ ৩৪

ঘোৰাৰ কপালৰ পত্ৰ পঢ়ি বভ্ৰুবাহনৰ বিষাদ

হেনয় বিচিত্ৰ থানে আছন্ত নৃপতি।
ঘোৰা লৈয়া কটোৱাল মিলিলা তহিঁ।
প্ৰণামিয়া বোলে প্ৰভু দিয়োক অভয়।
তোমাৰ আদেশ পালি আনি দিলো হয়॥ ৩৫
ৰাজা বোলে মোহোৰ আগক লাগি আন।
কপালৰ কাঢ় সুৱৰ্ণৰ পত্ৰখান॥
পত্ৰখান দিল নিয়া পণ্ডিতৰ হাতে।
চায়োক পণ্ডিত তুমি কিবা আছে আতে॥ ৩৬
পণ্ডিতে বোলয় শুনিয়োক সৰ্ব্বজন।
যুধিষ্ঠিৰ নামে ৰাজা পাণ্ডুৰ নন্দন॥
অশ্বমেধ যজ্ঞ মনে মেলিলন্ত হয়।
ঘোৰা লগে ৰক্ষা দিলা ভ্ৰাতৃ ধনঞ্জয়॥ ৩৭
যাহাৰ শকতি আছে ঘোৰাক ধৰোক।
নোহে সামৰাজে আসি যজ্ঞত বৰোক॥

পত্ৰ শুনি ৰাজাৰ আশেষ মন-কষ্ট।
এৰেসে জানিলো সামৰাজে ভৈলো নষ্ট ॥ ৩৮
যুধিষ্ঠিৰ ৰাজা মোহোৰ শ্ৰেষ্ঠ তাত।
তাহান যজ্ঞৰ মঞি চিন্তিলো বিঘাত ॥
পূৰ্ব্বাপৰ নজানিয়া ঘোৰা ধৰি আনি।
আপুনাৰ যজ্ঞ নষ্ট কৰিলো আপুনি ॥ ৩৯
দেৱৰ পিতৃৰ আশা খণ্ডালো সকলে।
মোৰ মান অধৰ্ম্মী নাহিকে ৰবি-তলে ॥
চিত্ৰাঙ্গদা মাৱে মোত বুলিল নিচয়।
পাণ্ডুৰ তনয় তযু পিতৃ ধনঞ্জয় ॥ ৪০

ভ্ৰুবাহনৰ
ন্ম-কথা

যেনমতে পিতৃ তোৰ ভৈলন্ত অৰ্জ্জুন।
সিসৱ কথাক কহো সাৱধানে শুন ॥
আৱথা কালত আছো পিতৃৰ ভৱনে।
নাচ গীত যোগাইলা অনেক কন্যাগণে ॥ ৪১
এক দিনা গীত গান্তে তাল ভৈল ভঙ্গ।
হেন দেখি বাপৰ আশেষ মন-খঙ্গ ॥
যেৱে স্বৰূপত মঞি তোৰ হওঁ বাপ।
আজি ধৰি দিলো তোক দাৰুণ সন্তাপ ॥ ৪২
নিৰ্জ্জান গহন বন বুলিয় যাহাক।
নক্ৰী হুয়া পাপিষ্ঠী তহিতে পৰি থাক ॥
বাপৰ শুনিলো হেন কটুৰ বচন।
আশেষ কাৰুণ্য কৰি কৰিলো ক্ৰন্দন ॥ ৪৩
স্বভাৱে চঞ্চল নাৰী আৰু শিশু-মতি।
হেনতো কিসক শাপ দিবাক যুগুতি ॥
পূৰ্ব্ব জন্মে কত মঞি কৰিলোহো পাপ।
কি কাৰণে পিতৃ হুই দিলা চণ্ড শাপ ॥ ৪৪

এড়িয়োক দোষ বাপ কৰিয়োক ক্ষেমা।
নচেত ই শাপৰ দিয়োক অন্ত-সীমা॥
কতো বেলি গুণি পাছে মাতিলেক বাপে।
গদগদ কৰি কিছো হৃদয়-সন্তাপে॥ ৪৫
টঙ্ক নামে চাণ্ডালক সহিবে নপাৰি।
ঋীৰকো শপিলো মঞি কিনো মন্দকাৰী॥
একোকালে বিনথ নযাই মোৰ বাক।
নিৰ্জ্জান গহনে গৈয়া নক্ৰী হুয়া থাক॥ ৪৬
তীৰ্থ-যাত্ৰা নিদানে অৰ্জ্জুনক লাগ পাইবি।
পূৰ্ব্বৰ স্বৰূপ হুই শাপক এৰাইবি॥
সেহি অনুক্ৰমে অৰ্জ্জুনক লাগ পাইলো।
পূৰ্ব্বৰ স্বৰূপ হুই শাপক এৰাইলো॥ ৪৭
সেহি ধৰি অৰ্জ্জুনৰ তীৰ্থ ভৈল ভঙ্গ।
দৈৱ-যোগে ভৈল মোত আসঙ্গ-প্ৰসঙ্গ॥
অৰ্জ্জুনৰ হন্তে ভৈলা মোহোৰ গৰ্ভত।
কতো কালে মানে তেহো আছিল লগত॥ ৪৮
মোক এড়ি পাছে গৈলা সেহি বন মাঝ।
যিথানত আছন্ত কেশৱ ধৰ্ম্মৰাজ॥
হৰিত ভকতি তযু ভৈলা শিশু ধৰি।
সি কাৰণে পাইলা তুমি সৱে বসুন্ধৰী॥ ৪৯
সিসৱ বচন মোৰ মনত আছয়।
নজানি ধৰিলো পিতৃ অৰ্জ্জুনৰ হয়॥

সুবুদ্ধিৰ সজ উপদেশ

সুবুধি যে সেনাপতি বুদ্ধিত গুৰুতৰ।
দুৰ্ঘোৰ সাগৰে মঞি কেনি হুইবো পাৰ॥ ৫
সুবুধি বোলন্ত ৰাজা এৰা অসন্তোষ।
বাপৰ ঘোৰাক ধৰি কৰি আছা দোষ॥

যেনে তেনে পুত্ৰেসে ৰাখিব লাগে হয়।
শুনি কোপ নকৰিব বীৰ ধনঞ্জয় ॥ ৫১
গজ বাজী প্ৰজা যত যত ধন ধান্য।
বাপৰ চৰণে দান দিয়া কৰি মান্য ॥
আগ বাঢ়ি দিয়োক তাহান নিজ হয়।
দেখি কোপ নকৰিব বীৰ ধনঞ্জয় ॥ ৫২
ব্ৰাহ্মণ প্ৰমুখে যত যত নৰ-নাৰী।
বহু বিধ বস্ত্ৰ অলঙ্কাৰে কাছি-পাৰি ॥
নাচন-গায়নে যাওক বাদ্য-ভণ্ডে সাজি।
মান্য কৰি বাপৰ চৰণে দিয়া বাজী ॥ ৫৩

## ॥ দুলৰি ছন্দ ॥

বক্রুবাহন অৰ্জ্জুনৰ কাষলৈ যায়

জৈমুনি বদতি শুনা নৰপতি
পাছে যি কৰিলা ৰাজা।
সুবুধি বচনে সাৰ কৰি মনে
তেখনে সজাইলা প্ৰজা ॥
গজ বাজী প্ৰজা ভালমতে সজা
সুৱৰ্ণ-মণ্ডিত গাৰে।
দণ্ড-ছত্ৰ ধৰি পতাকা উচাই
সিও যাওক ভাৰে ভাৰে ॥ ৫৪
চন্দন কস্তুৰী কুসুম সুগন্ধ
ধূপ-দীপ হাতে ধৰি।
দুৰ্ব্বাক্ষত লৈয়া কন্যাজন যাওক
পিতৃক আশংসা কৰি ॥

শকটে শকটে সুৱৰ্ণ লৈয়োক
বস্ত্র লৈয়া ভাৰে ভাৰ।
হীৰা মণি মুক্তা সাগৰ-পৱাল
সিও যাওক বহু ভাৰ॥ ৫৫
আনো বহু ধন সাঙ্গী সাঙ্গী যাওক
বস্ত্র যাওক ঝাপে ঝাপ।
মোৰ ধন-জন আজিসে সাফল
যজ্ঞত বিলাৰে বাপ॥
ঢাক ঢোল ভেৰি ভেমছি ধুমছি
ডগৰো মাৰোক বাংশী।
তেমছি খিকিছি মাদলি ৰেমছি
টোকাৰি মাৰোক কাংসী॥ ৫৬
বীণা কৰতাল ঝাঝাৰি ডুবল
আনো বাদ্য-ভণ্ড যত।
পিতৃ আগে যাইবো জন্ম সাফলিবো
সবেও যাওক লগত॥
সুবুধি প্ৰমুখ্যে যত পাত্ৰ মিত্ৰ
গজ বাজী চলি যায়।
বস্ত্র অলঙ্কাৰে সাজি জাতিস্কাৰে
উৎসৱৰ ঠাই নাই॥ ৫৭
যিবা কিছো কিছো খুজি লুৰি পাইলা
ৰাম যেন লঙ্কা যান্ত।
গজ বাজী প্ৰজা ভাল মতে সজা
কাছতে নুশুনি মাত॥
সৰ্ব্বাঙ্গে সুন্দৰ মণিপুৰেশ্বৰ
আৰো অলঙ্কাৰে ধিক।

যত গুণচয় সকলে আছয়
উপমা কহিবো কিক ॥ ৫৮
জনো শিশু-মুখে কৃত্য বাণী দেখি
অৱহেলা কৰি আক।
নানা ৰস কৃত্য মুখে আনি থৈয়া
স্বাদে মধু বুলি তাক ॥
যদি গঙ্গা-পানী ঘটে তুলি আনি
তাকো বুলি গঙ্গা-জল।
ভাৰতৰ কথা পদ নিবন্ধিল
তাতো সেহি সম ফল ॥ ৫৯

॥ পদ ॥

বক্রুবাহনৰ পিতৃ-দৰ্শন

সেহি মণিপুৰ নগৰীৰ সমীপত।
বেহু পাতি ধনঞ্জয় আছয় ৰথত ॥
হৰি-স্থত কামদেৱ সেনা-অধিপতি।
যুৱনাশ্ব নৰনাথ পুত্ৰ সমন্বিতি ॥ ৬০
অনুশাল্ব নীলকেতু নৃপতি তহিতি।
হৰি-বংশী কৃতবৰ্ম্মা সাত্যকি সহিতি ॥
কৰ্ণৰ তনয় শুভ-নয় বৃষকেতু।
তেঁহো সাজি-পাৰি আছে সমৰৰ হেতু ॥ ৬১
আনো সৱ বীৰগণ আছে সেহি থানে।
ৰথে চড়ি আছে অৰ্জ্জুনৰ বিদ্যমানে ॥
আনো সৱ বীৰগণ আছয় আশেষ।
সেহি থানে বক্রুবাহ নৃপতি প্ৰৱেশ ॥ ৬২

হস্তীকন্ধে যান্ত চিত্ৰঙ্গদাৰ তনয়।
বিদূৰতে আকলিল বীৰ ধনঞ্জয়॥
হস্তীকন্ধে নামি ৰাজা ভৈল ভূমি-পাৰ।
কৰযোড় তুতি কৰি অৱনত ভাৱ॥ ৬৩
কতো ক্ষণে ৰাজা গৈয়া নমস্কাৰ কৰি।
পুনৰপি যাই ৰাজা এক পাঞ্চ ভৰি॥
পুনৰপি নমস্কাৰ কৰি দণ্ডৱতে।
যত ধন নিলা তাক দিলন্ত আগতে॥ ৬৪
সেহি থানে যত যত গৈল কন্যা লোক।
সুগন্ধ সিঞ্চিয়া বোলে যশৰাশি হৌক॥

পিতৃ-চৰণত বব্রুবাহনৰ আত্ম-নিৱেদন

তাত পাছে বব্রুবাহা কটকে সহিতে।
অৰ্জ্জুনৰ আগতে পৰিলা দণ্ডৱতে॥ ৬৫
পুনৰপি বব্রুবাহ অৰ্জ্জুন-কুমাৰ।
আপুনাৰ মুণ্ডৰ মেলিলা কেশটাৰ॥
কেশটাৰ মেলিয়া হাতত লৈল তুলি।
অৰ্জ্জুনৰ ভৰিৰ গুচাইলা সৱে ধূলি॥ ৬৬
পুনৰপি বব্রুবাহ মণিপুৰেশ্বৰ।
কিছো কিছো কৰি পাশ চাপি অৰ্জ্জুনৰ॥
চৰণত ধৰি হেন বুলিল বচন।
এড়িয়োক দোষ পিতৃ হুয়োক প্ৰসন্ন॥ ৬৭
তীৰ্থ-যাত্ৰা কালত যৈসানি গৈলা বন।
চিত্ৰঙ্গদা-গৰ্ভত ভৈলোহো উতপন॥
পুত্ৰৱতে শিশু ধৰি তুলিল উলুপে।
তোমাৰ ঔৰসে পুত্ৰ জানিয়ো স্বৰূপে॥ ৬৮
ৰাজ্য-ভাৰ ভণ্ডাৰ যতেক ধন ধান।
মান্য কৰি বাপৰ চৰণে দিলো দান॥

আগে নজানিয়া মক্রি ধৰিলো তুৰঙ্গ।
হেন জানি বাপ এড়িয়োক মন-খঙ্গ ॥ ৬৯
আনো মোৰ ইন্দ্ৰ-সমানকো নাহি ভয়।
হেন জানি পিতৃ মোত হুয়োক সদয় ॥
অৰ্জ্জুনৰ কটু প্ৰত্যুক্তি
হেন যেৱে তুতি-নতি বুলিলেক ৰাজা।
কামদেৱ প্ৰমুখ্যে বোলয় যত প্ৰজা ॥ ৭০
সৱে বোলে পাণ্ডৱৰ সুপ্ৰসন্ন বিধি।
বিনা ৰণে বৰিলেক কাৰ্য্য ভৈল সিধি ॥
যাক লাগি মহাভয় আছিল সৱাৰ।
সিও মহাৰাজা বশ্য ভৈল আপুনাৰ ॥ ৭১
মান্য কৰি বাপ বুলি দিলে ধন ধান।
পুত্ৰ বুলি আপুনি নেদন্ত সমিধান ॥
সাধু সাধু ধনঞ্জয় বীৰ শিৰোমণি।
যাহাৰ পুত্ৰৰ হেন শুদ্ধ বাণী শুনি ॥ ৭২
সৰ্ব্বাঙ্গে সুন্দৰ গুণৱন্ত মহামুনি।
ইহেন পুত্ৰক নমাতয় কোন গুণি ॥
জৈমুনি বদতি শুনা ৰাজা জন্মিজয়।
কালে গ্ৰসিলেক আক জানিবা নিচয় ॥ ৭৩
সি কাৰণে সদবুদ্ধি নোহে অৰ্জ্জুনৰ।
হাসিত কন্দল যেন সেহি পটন্তৰ ॥
অৰ্জ্জুনৰ জাঙ্গে ৰাজা ধৰি আছে হাতে।
হুউ বুলি লাঠি দিল নৃপতিৰ মাথে ॥ ৭৪
সিও লাঠি মহাৰাজা থাকি গৈল সই।
অনুতৰ বাপ গুৰু হেনসে বিলই ॥
অৰ্জ্জুনে বোলন্ত শুন পাপিষ্ঠ দুৰ্জ্জন।
কেনমতে ভৈলি তই ঔৰস নন্দন ॥ ৭৫

কোনবা বৈশ্য জাতি জন্মাইলেক তোক।
নিচিনি নজানি কেনে বাপ বোল মোক॥
আগে যেন মনুষ্যে লৰড়ে খৰতৰি।
ছাগ বুলি বাঘৰ গলত আছে ধৰি॥ ৭৬
মনুষ্যে এড়ন্তে গলৰ নেৰে বাঘে।
তোৰ মোৰ পটন্তৰ সেহিমতে লাগে॥
নতু সমৰত শৰগোট মাৰো গাৰে।
সকল কটক তোৰ আছে সেহি ঠাৰে॥ ৭৭
কি কাৰণে ধনে জনে আনি দিলি হয়।
নোহে ক্ষেত্ৰি-জাতি বৈশ্য-জাতিৰ তনয়॥
সিসে পুত্ৰ মোৰ অভিমন্যু নাম যাৰ।
সুভদ্ৰাৰ গৰ্ভে বাপু ভৈল অৱতাৰ॥ ৭৮
হৰিৰ মোহোৰ নৃপতিৰ প্ৰিয়কৰ।
অল্পকালে গৈল সিটো যমৰ নগৰ॥
দ্ৰোণ প্ৰতিমুখ্যে যত কৌৰৱক মোহে।
যাৰ আগে তৃণৰত ভৈল চক্ৰব্যেহে॥ ৭৯
ধৰ্ম্ম-নৃপতিক ৰক্ষা কৰি সমৰত।
শিশু অল্পকালে ভাগ্য-বলে ভৈল হত॥
সিসে মোৰ সিংহ-পুত্ৰ আছিল ছৱাল।
তাহাক চাহান্তে তঞি অধম শৃকাল॥ ৮০
চিত্ৰঙ্গদা নাৰী তেহো গন্ধৰ্ব্বৰ ঝী।
স্বৰূপত ভাল-মন্দ তঞি জান কি॥
চাঞ্চৰী মাহাৰ তোৰ নটৰ আচাৰ।
নটৰ ছৱালিৰ কিসৰ ৰাজ্য-ভাৰ॥ ৮১
শৰ-ধনু-কৱচক পাছ কৰি থৈয়ো।
চান্দি বান্ধি মাদলি গলত তুলি লৈয়ো॥

যাৰ ঘৰে উৎসৱ তাহাৰ লগ লৈয়া
নাচ গীত যোগায়ো মাদলিগুটি বায়া ॥ ৮২
বিশেষত নট জাতি জানা কাপে জাপ।
নিচিনি নজানি যাকে তাকে বোলে বাপ ॥
চাটক-চোটক তোৰ মাতখানি চাৰ।
হেন নট জাতিৰ কিসৰ ৰাজ্য-ভাৰ ॥ ৮৩

বক্ৰুবাহনৰ প্ৰত্যুত্তৰ

জৈমুনি বদতি ৰাজা শুনা জন্মিজয়।
হেন যেৱে নিন্দা মাতিলেক ধনঞ্জয় ॥
মহা কোপে নৰনাথে মাতিলন্ত হাসি।
যশৰাশি পাইলো বৰ বাপক উপাসি ॥ ৮৪
মহা কোপে আটোপে মাতিল নৰনাথে।
আৰ কি সহস্ৰ লাঠি নমাৰিলা মাথে ॥
যতেক বুলিলা মানে সহিবাক পাৰো।
মাৱক নিন্দিলা আতেসে বড় হাৰো ॥ ৮৫
আতেসে অধিক মোৰ দহে-পোৰে গাৱ।
মঞি পুত্ৰ ভৈলো মোৰ বৈশ্যা ভৈল মাৱ ॥
ধিক ধিক মোহোৰ বীৰত্ব ভুজ-ভাৰ।
ইসৱ বোলৰ যে নকৰো প্ৰতিকাৰ ॥ ৮৬
ওবা ধনঞ্জয় বড় দেখৱা মুনিষ।
পুনৰপি ঘৰ পাইলে কৰিবা হৰিষ ॥
বুঢ়াৰ হাতৰ চেঙ্গলি সেন্থৰে নযাস।
লাভক চাহান্তে জনো মূল হেৰুৱাস ॥ ৮৭
গৈলেসে জানিয় পথ নিয়ৰ কি দূৰ।
খাইলেসে জানিয় পথ্য তিত কি মধুৰ ॥
ছল কৰি মাৰিলাহা ভীষ্ম গুৰু দ্ৰোণ।
তোমাত কৰিয়া বৰ বীৰ আছে কোন ॥ ৮৮

কপাস কাতিয়া শশা দিৱয় লৰড়।
লোকত জনাৱে বৃক্ষ পাড়িলোহো বড় ॥
সেহিমতে কুৰু-সেনা মাৰি ভৈলা গহ।
মোৰ পৰাক্ৰম আজি খানিতেক সহ ॥ ৮৯
নজানি ধৰিয়া ঘোৰা পুনৰ্ব্বাৰ দিলো।
মন্দ কৰ্ম্ম কৰিলো মন্দৰ ফল পাইলো ॥
হৰিষতে হেন আসি মিলিল বিষাদ।
হেন নউ দেখা তিনি লোকে অপৰাধ ॥ ৯০
তোমাৰ আগতে ঘোৰা ধৰিলো সম্প্ৰতি।
মেলায়োক ঘোৰা যেৱে আছয় শকতি ॥
ভয় সন্তে ঘোৰা কেন দিলোহো তোমাক।
ঘোড়া পাছ কথা এৱে আপুনাক ৰাখ ॥ ৯১

বক্ৰুবাহনৰ যুদ্ধৰ আয়োজন

সুবুধিক সম্বুধিয়া বুলিলা নৃপতি।
ইহান আমাৰ আৰো নাহি মিত্ৰৰতি ॥
শত্ৰুভাৱে আমি দুয়ো কৰিবো সমৰ।
হেন জানি সাৰথি যুদ্ধক সাজ কৰ ॥ ৯২
কেহো কেহো কটকে ৰাখোক গৈয়া হয়।
দেখো কেন মতে মেলাৱন্ত ধনঞ্জয় ॥
শিশু বৃদ্ধ কন্যা জন আসি আছে মানে।
দিয়োক মেলানি যাও আপুনাৰ থানে ॥ ৯৩
শিল্পীগণে প্ৰবন্ধে সাজিল যিবা ৰথ।
যুদ্ধৰ সম্ভাৰ বস্তু থাকোক লগত ॥
খাইবাৰ বস্তুও থাকোক যত যত।
হেন শত কোটী ৰথ থাকোক লগত ॥ ৯৪
পদাতি কটক যত কৰিয়ো নিৰ্ম্মাণ।
যুদ্ধৰ সম্ভাৰ সেনা থাওক থানে থান ॥

উচ্চৈশ্রৱা সম হস্তী ৰাহুতে সহিত।
থাকোক সততে হেন শত কোটী শত ॥ ৯৫
শুক্ল কৃষ্ণ চামৰ মণ্ডিত যাৰ গাৰে।
সুৱৰ্ণৰ নূপুৰ পিন্ধাইলা যাৰ পাৰে ॥
সুৱৰ্ণ ৰজত মালা যাৰ গলে দিল।
চন্দনে সিন্দূৰে যাৰ গণ্ডক মণ্ডিল ॥ ৯৬
নানা বিধ বাদ্য-ভণ্ড যাহাৰ লগত।
শ্বেত নেত পৰিধান যাহাৰ গাৰত ॥
হেন সব হস্তী অৰ্ব্বুদ অসংখ্য প্ৰমাণ।
যুদ্ধক প্ৰবন্ধে সবে থাওক সাৱধান ॥ ৯৭
বেগৱন্ত যুধত প্ৰমত্ত হয়চয়।
তাসম্বাৰ থাকোক যে অৰ্ব্বুদ দুতয় ॥
পাণ্ডৱগণক ৰণে যুঝিবো সকল।
আজি অৰ্জ্জুনৰ বুজিবোহো বাহু-বল ॥ ৯৮
চতুৰঙ্গ দলে সাজিয়োক সমুদায়।
যাৰ যেন অস্ত্ৰ-শস্ত্ৰ ধৰিত যুৱায় ॥
ৰাজাৰ শুনিয়া হেন প্ৰচণ্ড আদেশ।
জয় জয় শব্দে বাদ্য বজাইলা আশেষ ॥ ৯৯
যৈসানি তৈসানি মৰিবাৰ একবাৰ।
আজিসে সবাৰো ধাৰ শুজিবো ৰাজাৰ ॥
চিৰকাল প্ৰতিপাল কৰন্ত ভূপালে।
যাহাৰ প্ৰসাদে দুখ নাহি একোকালে ॥ ১০০
হেন লাগ ৰাজাৰ সাধিবো মনোৰথ।
জীৱন্তেও যশ মৰিলেও স্বৰ্গ-পথ ॥
হেন অন্যোঅন্যে আলচন্তে ভৈল সাজু।
গজ বাজী প্ৰজা অনুক্ৰমে লৈল বাজু ॥ ১০১

চাৰিও দিশৰ প্ৰজা বোলে আসৰিশ।
ওবা ধনঞ্জয় তুমি বোলাস মুনিষ॥
ৰাজাক নিন্দিলি তই কটকটায় ঘাৰ।
হেন জানো যমে পাত মলচে তোমাৰ॥ ১০২
সুবুধি নৃপতি যেৱে আছয় দুতয়।
জেষ্ঠ বৈশাখৰ যেন সূৰ্য্যৰ উদয়॥
সেহি সময়ত ৰথে চড়িলা নৃপতি।
এৰৈক এৰৈক ঘোড়া উচ্চৈশ্ৰৱা সম গতি॥ ১০৩
বহুবিধ অস্ত্ৰক থৈলন্ত উপৰত।
মুকুতাৰ মালা দিলা ঘোড়াৰ গলত॥
( মাঞ্জি মাঞ্জি দৰ্পণ বান্ধিলা কপালৰ। )
শিৰত কিৰীটি জ্বলে শুদ্ধ সুৱৰ্ণৰ।
অনেক ৰতনে ৰথ কৰে ঝাতিকাৰ॥ ১০৪
হেন ৰথে চড়ি চিত্ৰঙ্গদাৰ নন্দন।
বাসুদেৱ-পদে প্ৰণামিলা মনে মন॥
মাৱক বাপক মনে কৰিলা প্ৰণাম।
সমৰত জয় হোক মোৰ এহি কাম॥ ১০৫

॥ ঝুমুড়ি ॥

নজানি ঘোৰা ধৰিলো।
বড় যে দোষ কৰিলো॥
ধনে জনে ঘোড়া দিলো।
বাপ বুলি সাদৰিলো॥ ১০৬
চৰণত ধৰিলোহো।
কাউবাউ কৰিলোহো॥

মাৰকোযে ভৰচালো।
ৰিপুগণ হস্থৰালো॥ ১০৭
সিও মান্য শুঝিবোহো।
তুমি আমি যুঝিবোহো॥
কেন বল বুঝিবোহো।
সমৰত মাৰিবোহো॥ ১০৮
যশ ৰাশি সাধিবো।
পৃথিৱীত যশ থৈবো॥

॥ পদ ॥

অৰ্জ্জুনৰ প্ৰতি বক্ৰুবাহনৰ ৰণ-আহ্বান

বক্ৰুবাহা বদতি শুনিয়ো ধনঞ্জয়।
মান্য কৰি ধনে জনে আনি দিলো হয়॥ ১০৯
সিওমতে তোমাৰ নভৈল ৰুচিকৰ।
এবে কেনমতে দেখো কৰস সমৰ॥
আন কাৰ্য্য এড়ি ঝাণ্টে ধৰিয়োক ধনু।
তুমি আমি অন্যোঅন্যে ভেদিবোহো তনু॥ ১১০
যেহি যাক পাৰে তাক মাৰোক সমৰে।
কতূহলে ৰণ চাহান্তোক সৱে নৰে॥
স্বৰ্গ মৰ্ত্ত্য পাতালে নাহিকে ত্ৰিভুৱনে।
তোমাক মাৰন্তে ৰাখিবন্ত যিবাজনে॥ ১১১
হেন জানিয়োক যম-পুৰে ভৈল ঠাই।
বিলম্ব নকৰি ধনু ধৰিয়ো আতাই॥

বক্ৰুবাহন আৰু অনুশাল্বৰ যুদ্ধ; অনুশাল্বৰ পতন

জৈমুনি বদতি ৰাজা শুনা জন্মিজয়।
যুদ্ধক প্ৰবন্ধে পুত্ৰে বাপক মাতয়॥ ১১২

হেন দেখি দৈত্যৰ নায়ক অনুশাল্বে।
বভ্রুবাহা ৰাজাক ধাইলেক সেহি তালে॥
আমিসৱ আছন্তে কি যুঝিবে অর্জ্জুনে।
সজনৰ মিত্রৱতি পাতি কোন গুণে॥ ১১৩
আপদত ৰাখি সম্পদত দিব দান।
সজনৰ মিত্রৱতি হোৱে হেন ঠান॥
এহি বুলি অনুশাল্ব গৈল আগ বাঢ়ি।
নৱপাট শৰ টোন হন্তে লৈলা কাঢ়ি॥ ১১৪
নৱ শৰে দৃঢ়তৰে ভেদিল হৃদয়।
বৰ ছোট পাইলা বীৰ অর্জ্জুন-তনয়॥
অনন্তৰে শত শৰে অর্জ্জুন-কুমাৰে।
অনুশাল্ব বীৰক ভেদিলা দৃঢ়তৰে॥ ১১৫
শৰে হানি বাটতে কাটিলা দৈত্য-ৰাজ।
শৰ হত দেখি বভ্রুবাহা ভৈলা লাজ॥
কোপে-অপমানে বভ্রুবাহা নৰেশ্বৰ।
কোটি এক শৰ বাছি লৈল দৃঢ়তৰ॥ ১১৬
অভিনৱ শৰ কঙ্ক-পত্রে আছৈ ছাই।
মেৰুক ভেদিবে পাৰে অগ্রভাগে পাই॥
হেন কোটি এক শৰ ফুটি দৈত্য-ৰাজ।
সকলে শৰীৰ ঢাকি তেজ ভৈলা বাঝ॥ ১১৭
দুইহান শৰীৰ ক্ষত ভৈল শৰ-ঘাৱে।
ফুলিল পলাশ যেন অধিক সুহাৱে॥
দুই বল-বিপুল তৰুণ সুকুমাৰ।
দুয়ো মহা যুঝৱে ৰণত অনিৰ্ব্বাৰ॥ ১১৮
দুইহান বধক দুয়ো চিন্তন্ত প্রবন্ধে।
অন্যোঅন্যে ছিদ্রক চাহান্ত ঘোৰ দন্দে॥

সেহি সময়ত পাছে অৰ্জ্জুন-তনয়।
চাৰি শৰ হানি মাৰিলন্ত চাৰি হয়॥ ১১৯
আৰো কাটিলন্ত তাৰ সাৰথিৰো শিৰ।
ষষ্ট শৰে ধ্বজক কাটিল মহাবীৰ॥
সাত শৰে তাৰ কাটিলন্ত ধনুখান।
শৰীৰতো ভেদিলন্ত অপৰ দশ বাণ॥ ১২০
দূত ৰথ সাৰথি খৰ্গ চৰ্ম্ম ধনু।
শৰে জৰ্জ্জৰিত ভৈল অনুশাল্ব তনু॥
হেন দেখি আন ধনু ধৰি অনুশাল্বে।
লড় দিয়া আন ৰথে চড়ি সেহি তালে॥ ১২১
বভ্রুবাহা ৰজাৰ বিচিত্র ৰথখান।
তাক কাটি সাৰথিৰ লৈলন্ত পৰাণ॥
হেন দেখি আন ধনু ধৰি ততকালে।
অনুশাল্ব বীৰৰ ৰথ কাটিলা সকালে॥ ১২২
ভগা ৰথখান ছাড়ি ক্রোধে দৈত্যনাথে।
ঘোৰতৰ গদাগোট ধৰিলেক হাতে॥
মাৰোঁ বভ্রুবাহা আজি জীৱন্তে নযাস।
গদা হানি অনুশাল্বে তেজিল আটাস॥ ১২৩
সিও গদা কাটিলন্ত অৰ্জ্জুনৰ সুতে।
কোটি এক শৰ বাছি লৈলা মহাদ্রুতে॥
মহা কোপে আটোপে মাৰিলা নৰেশ্বৰে।
অনুশাল্ব-হৃদিত ভেদিলা দৃঢ়তৰে॥ ১২৪
সেহি কোটি এক শৰে ভৈলন্ত মূৰ্চ্ছিত।
ৰথত ফুৰিয়া ফুৰি পৰিলা ভূমিত॥
সৱে চাহি আছন্ত পড়িল দৈত্য-ৰাজ।
ঝিম ভৈলা সৱে প্রজা পাণ্ডৱী সমাজ॥ ১২৫

বক্রবাহনৰ লগত কামদেৱৰ আৰু পাণ্ডৱী সেনাৰ যুদ্ধ ; বক্রবাহনৰ ৰণ-জয়

অনুশাল্ব বীৰ পৰিবাৰ হেন দেখি।
ধাইলা কামদেৱ বীৰ খাণিকো নাপেখি॥
প্রদ্যুম্নে বোলয় অৰে খনিতেক ৰহ।
অনুশাল্ব বীৰক মাৰিয়া ভৈলা গহ॥ ১২৬
শশাৰ আগতে যেন মৃগে কৰে দাপ।
সিংহে লাগ পাইলে তাৰ ভাঙ্গে কাপঝাপ॥
এহি বুলি হৰি-সুতে ধৰিলন্ত ধনু।
সুৱৰ্ণ পুঙ্খৰ শৰে ভেদিলন্ত তনু॥ ১২৭
দৃঢ় শৰ-সন্ধানে ব্যেথিত ভৈল যোদ্ধা।
কৃষ্ণ-সুত কামদেৱ কৰিলন্ত যুদ্ধ॥
বক্রবাহা মাৰিলেক অযুতেক শৰ।
সকলে শৰীৰ ভেদিলেক প্রদ্যুম্নৰ॥ ১২৮
অযুতেক শৰৰ প্রচণ্ড পায়া ছোট।
নলৰে নচৰে যেন মূঢ়া কাষ্ট গোট॥
চড় পৰা গাছ যেন থাকিলেক থিৰ।
বড় ছোটে ভাগ্য বলে নমৰিল জীৱ॥ ১২৯
হাত ভৰি হৃদি নলড়য় সমুদায়।
নাহিকে চেতন জ্ঞান মৃতক-পৰায়॥
হেন দেখি অধৰ্ম্ম উপেখি নৰেশ্বৰ।
প্রদ্যুম্নক প্রতি কিছো নকৰিল শৰ॥ ১৩০
প্রদ্যুম্নক এৰি কটকক দিলা ধাৰ।
পাণ্ডৱী সেনাত পশি চিন্তে মহামাৰ॥
যাকে লাগি বক্রবাহা মাৰৈ শৰগোট।
সেহি শৰে মৰে আউৰ নসহয় ছোট॥ ১৩১
পলাই যাই প্রজাগণ নকৰে সমৰ।
কালান্তক যম যেন দেখি লাগে ডৰ॥

সিবেলাত ৰাজাক দেখন্তে লাগে ভয়।
প্ৰলয়-কালৰ যেন সূৰ্য্যৰ উদয় ॥ ১৩২
কতো বেলি স্বস্থ ভৈলা হৰিৰ কুমাৰ।
দেখন্ত নাহিকে প্ৰজা আছা একেশ্বৰ ॥
দেখন্ত আগত সেনা পড়িল বহুত।
দেখি অগ্নি সম জ্বলি গৈল হৰি-সুত ॥ ১৩৩
ধিক ধিক মোহোৰ কুযশ আগি ভৈল।
এহি বুলি কামদেৱে শৰ ধনু লৈল ॥
কৰ্ণ মানে টানিয়া মাৰিল বাণচয়।
সেহি শৰে বিমূৰ্চ্ছিত অৰ্জ্জুন-তনয় ॥ ১৩৪
দেখন্ত সিঠাইত আছে সেনাগণ যত।
প্ৰদ্যুম্নৰ শৰে সবে ভৈল মৃতৱত ॥
প্ৰমত্ত মাতঙ্গ সম যত সেনাগণ।
তাক কামদেৱে হেন কৰিলেক ছন্ন ॥ ১৩৫
আন যত বীৰগণ আছিলেক উঠি।
পৰি পৰি সবে মৰে কামশৰে ফুটি ॥
ৰথ এড়ি কামদেৱ যান্ত ভূমি-পাৱে।
কতো কতো হস্তীক কাটয় অস্ত্ৰ-ঘাৱে ॥ ১৩৬
মুণ্ডত কাটন্তে দশন লৱে পাড়ি।
বজ্ৰ সম সন্ধানত অগ্নি যাই উড়ি ॥
তাক এড়ি বীৰে ঘোড়াক ধাই যান্ত।
আগে পাছে কাটন্ত আগত যত পান্ত ॥ ১৩৭
হেন মতে কাটি-ছিণ্ডি কামদেৱ বলী।
কৰৈ মাংসে শোণিতে কৰ্দ্দম ৰণ-স্থলী ॥
সেহি মাংস শোণিত ভুঞ্জিবে অভিলাষে।
ডাঙ্কিনী যোগিনী বেঢ়িলেক চতুৰ্পাশে ॥ ১৩৮

কতো কতো যোগিনী মনুষ্য-মুণ্ড ধৰি।
অন্যা-অন্যি দলি মাৰে ৰঙ্গ-ঢঙ্গ কৰি॥
সিবেলাত কামক দেখন্তে লাগে ভয়।
প্ৰলয়-কালৰ যেন সূৰ্য্যৰ উদয়॥ ১৩৯
মাংসেয়ে শোণিতে নদী এক বহি যাই।
আছোক যুঝিব প্ৰজা দেখন্তে পলাই॥
হস্তীসৱ তল যাই ঘোড়াৰ অন্যৱস্থা।
অল্পমত মনুষ্যৰ কি কহিবো কথা॥ ১৪০
গদা মুদ্গৰ যূথে যূথে তল যাই।
কাখৰত পাই শৃকালে মাংস খাই॥
আঝোড়-পিঝোড় কৰে দান্ত ভাগি যাই।
হেন মতে শৃকালে শৱক টানি খাই॥ ১৪১
মাংসেয়ে শোণিতে কৰ্দ্দমৰ ৰণ-স্থলী।
তাক দেখি বব্রুবাহা কোপে গৈল জ্বলি॥
আমি বিদ্যমানে কেন অৱস্থা প্ৰজাৰ।
কি কৰয় মোৰ ইটো বীৰত্ব কাতৰ॥ ১৪২
এহি বুলি কামক দিলেক শৰজাক।
চাৰি শৰে মূৰ্চ্ছিত নিলেক ঘোড়াক॥
সাৰথিক মৃত কৰিলাক নৱ শৰে।
বৃহৰূপ ধ্বজক ভেদিল অনন্তৰে॥ ১৪৩
পুনৰপি শৰ ধৰি মণিপুৰেশ্বৰ।
কামদেৱ বীৰক ভেদিল দৃঢ়তৰ॥
সেহি শৰে কামদেৱ ভৈলন্ত মূৰ্চ্ছিত।
ৰথত ফুৰিয়া ফুৰি পড়িল ভূমিত॥ ১৪৪
কামদেৱ বীৰক মূৰ্চ্ছিত ভাৱ দেখি।
আৰো কুৰি ৰথে ধাইল খাণিক নাপেখি॥

সৱে মহাৰথী অৰ্দ্ধৰথী নাহি কেৱ।
হৰি-হৰ যুদ্ধ যেন ধাইলা কামদেৱ॥ ১৪৫
সৱে মিলি ধাই গৈলা কুৰি শৰ ধৰি।
সৱাহানে নাম কহো ভিন্ন ভিন্ন কৰি॥
যুৱনাশ্ব ৰাজা যিটো পৃথিৱীতে সাৰ।
হংসধ্বজ নৃপতিৰ দুগুটি কুমাৰ॥ ১৪৬
মেঘবৰ্ণ বীৰ ঘটোকচৰ তনয়।
এহি আদি কৰি ৰথ কুড়িখান তয়॥
সমৰক মনে ধাইলা ৰথ কুড়িখান।
সিও কুড়ি ৰথক কাটিলা কুড়ি বাণ॥ ১৪৭
কতো বোলে চেতন লভিলা হৰি-সুত।
দেখন্ত আগত সেনা পড়িল বহুত॥
আৰু কুড়ি ৰথ পড়ি আছে সেহি ঠাই।
হেন দেখি কামদেৱে ক্ৰোধে গৈলা ধাই॥ ১৪৮
মহা কোপে আটোপে ধাইলন্ত মহাবীৰ।
অনেক মণ্ডল কৰি ৰণে ভৈল থিৰ॥
বক্রুবাহা ৰাজাক ধৰিলা আঙ্কোৱালি।
আকাশক লাগিয়া মাৰিলা হুউ বুলি॥ ১৪৯
পুনৰপি ৰাজা বক্রুবাহা মহা কোপে।
কামদেৱ বীৰক যে ধৰিলা আটোপে॥
আঙ্কোৱালি আছাড়ি পেলাইলা মহী-তলে।
ধৰণীত ধৰিয়া জাণ্টিলা বাহু-বলে॥ ১৫০
কিছো কিছো কৰি স্বস্থ ভৈল কলেৱৰ।
বৰ ছোটে জীলন্ত নগৈল যম-ঘৰ॥
থকবক কৰি বীৰ উঠিলন্ত তদা।
হৰিসুতে অদভুত ধৰিলন্ত গদা॥ ১৫১

গদা-পাতে নিপাতিবো তোহোৰ শৰীৰ।
হেন বুলি গদা প্রহাৰিলা মহাবীৰ॥
গদাগোট আসে দেখি অৰ্জ্জুন-কুমৰে।
বাটতে কাটিল তাক ভল্ল তিনি শৰে॥ ১৫২
গদা ছন্ন ভৈলন্ত দেখিয়া নৰেশ্বৰে।
পুনৰপি কামক ভেদিল দৃঢ়তৰে॥
দীঘল বহল কাণ্ড দেখন্তে থূলমূল।
সম্যেক বুলিব পাৰি হৰৰ ত্ৰিশূল॥ ১৫৩
দুয়ো বল-বিপুল তৰুণ সুকুমাৰ।
দুয়ো মহা যোদ্ধা ঘোৰ ৰণে অনিৰ্ব্বাৰ॥
দুয়ো ৰূপৱন্ত বলৱন্ত গুণৱন্ত।
দুইকো দুই ছিদ্র চাই প্রবন্ধে যুঝন্ত॥ ১৫৪
দুইহান বধক দুয়ো চিন্তন্ত প্রবন্ধে।
অন্যো-অন্যে ছিদ্রক চাহান্ত ঘোড় দন্দে॥
হেন মতে যুদ্ধত আছন্ত দুয়ো বলী।
অনন্তৰে দুইকো দুই ধৰি আঙ্কোৱালি॥ ১৬৫
গাৱে বল আছে মানে আন্দোলক দিল।
ৰথ এড়ি কতো দূৰ উফড়ি পড়িল॥
যেন বাজু পাতি মেৰু-শিখৰ খসিল।
সেহিমতে দুয়ো বীৰ ভূমিত পড়িল॥ ১৫৬
দুয়ো মহাবলী পড়িলন্ত একে লগে।
বক্রুবাহা নৃপতি উঠিল সেহি ছেগে॥
সেহি সময়ত ৰথে চড়িলা নৃপতি।
দেখে কামদেৱ ভৈল মৃতক-সঙ্গতি॥ ১৫৭
এৱে যেৱে আঙ্ক মাৰো অধৰ্ম্ম সমৰ।
এহি বুলি পাণ্ডৱী সেনাক দিল ধাৰ॥

ৰথী ৰথ সাৰথি নৃপতি অদভুত।
আন বীৰগণ তথা মাৰিলা বহুত ॥ ১৫৮
হস্তী বীৰ হয় ৰথ মাৰিলা প্ৰবন্ধে।
ঢাকিলেক ৰণ-স্থলী অনেক কৱন্ধে ॥
হাত ভৰি কৰ্ণ ভেদি আছে থাৱে থাৱে।
কেৱল যে মাথা নাহি উচিত স্বভাৱে ॥ ১৫৯
হেনয় কৱন্ধে ঢাকিলেক ৰণ-স্থলী।
ছন্দে বান্ধে মাৰে সৱে হাসে খলখলি ॥
কৌতূহলে দুয়ো দলে কৰিলা সমৰ।
শৰৰ পীড়াক নগণয় একো নৰ ॥ ১৬০
ৰতি-সঙ্গ-কালে যেন তৰুণী নখ-ঘাৱে।
নকৰে বেদনা পুনু অধিকে সুহাৱে ॥
বহু বিধ বীৰ মৰি আছে পৃথিৱীত।
মৰিলেও খড়গ চৰ্ম্ম নেৰয় হাতত ॥ ১৬১
কেহো পৰি আছে ধনু ধৰিয়া হাতৰ।
মৰন্তেও পৰি আছে সেহিমতে নৰ ॥
হস্তীও মাহুত সমে মৰিয়া আছয়।
ঘোৰায়ে ৰাহুতে মাৰিলেক এক ঠাই ॥ ১৬২
পাণ্ডৱী সেনাত বৰ মিলিল প্ৰমাদ।
ৰণ জিনি বক্রুবাহে কৰে শঙ্খ-নাদ ॥
বক্রুবাহ ৰাজাৰ বিষম হেন শৰ।
কৱচ সহিতে ভেদিলেক কলেৱৰ ॥ ১৬৩
গজ বাজী প্ৰজা ভেদি বিদূৰক চলে।
যহিতে পৰয় তৈতে বহ্নি-কুণ্ড জলে ॥
হেন যেৱে কৰ্ম্ম কৰিলেক নৰপতি।
পাণ্ডৱী সেনাক মাৰে একৈক বিংশতি ॥ ১৬৪

বক্রবাহনৰ লগত অনুশাল্ব, কামদেৱ, যুৱনাশ্ব, নীলকেতু, হংসধ্বজ আৰু মেঘবৰ্ণৰ যুদ্ধ ; বক্রবাহনৰ জয়

পাণ্ডুদলে বোলে মিলি সৱে কৰা শৰ।
তেবে বা সঙ্কোচ হোৱে মণিপুৰেশ্বৰ ॥
এহি আলোচক সৱে কৰি বীৰগণ।
অনুশাল্ব দৈত্য-পতি ধাইলা তেতিক্ষণ ॥ ১৬৫
কামদেৱো ধাইলা পাণ্ডৱৰ সেনাপতি।
যুৱনাশ্ব ৰাজা ধাইলা পুত্ৰ সমন্বিতি ॥
হস্তীকন্ধে প্ৰবন্ধে চড়িলা নীলকেতু।
হংসধ্বজো লৰি গৈলা সমৰক হেতু ॥ ১৬৬
ঘটোৎকচ-সুত মেঘবৰ্ণ বলিয়াৰ।
সৱে বেঢ়ি বোলে ধৰ ধৰ মাৰ মাৰ ॥
তাসম্বাক দেখি ভৈল সঙ্কোচিত কায়।
একল বীৰক লাগি বহু বীৰ ধায় ॥ ১৬৭
সেহি থানে ৰাজাগণ মৃতকৰ বেশ।
স্খলকিল দশন মুকুত কৰি কেশ ॥
হৃদয়ত হাত দিয়া শৰ-ধনু এৰি।
অধোমুখে ৰথত থাকিলা জানু পাৰি ॥ ১৬৮
তথাপিতো কোপ ক্ষেমা নাহিকে ৰাজাৰ।
পুনৰপি শৰচয় কৰিলা প্ৰহাৰ ॥
সেহি শৰে বিৰথী কৰিলা বীৰগণ।
কাটিলন্ত ধনু ধ্বজ ৰথৰ ভূষণ ॥ ১৬৯
ভয় হুয়া সৱাহাৰে কাম্পয় শৰীৰ।
শৰ-চোটে সৱাহাৰে গাৱ নুহি থিৰ ॥
তাক বীৰগণে জিজ্ঞাসিয়া কৰে পান।
যজ্ঞ বেলা সুৱৰ্ণক দিলা বাৰ মান ॥ ১৭০
সৱাহন্ত যুদ্ধ এৰি পলাই বাৰে বাৰে।
লৰিবাক নাপাৰিলা পলাইবাকো ডৰে ॥

কতোহো বিশ্ৰাতি হুয়া সমৰক ধায়।
কতো প্ৰাণ ৰাখি ফুৰে সমৰক যায়॥ ১৭১
ৰণ এৰি বভ্ৰুবাহা চিত্ৰাঙ্গদা-সুত।
ডাক দিয়া বোলে বীৰগণ আছা কৈত॥
যুদ্ধৰ হৰিষ মোৰ নখণ্ডিল আজি।
যিথানে অৰ্জ্জুন আছা শীঘ্ৰে আসা সাজি॥ ১৭২
বৈশ্যাৰ তনয় মোক প্ৰথমে বুলিলা।
এবে কোন বীৰ বুলি মোক কি চিনিলা॥
এভো আগ বাঢ়ি ৰণ দিয়োক আতাই।
হেন জানিয়োক তুমি পলাইলে নেড়াই॥ ১৭৩
এভো বোল কোপ নভৈল উপশায।
মাৰিলন্ত শৰ সৱে সুৱৰ্ণৰ কাম॥
সেহি শৰে বিমোহিত ভৈল বীৰগণ।
অস্ত্ৰ-শস্ত্ৰ এৰি সৱে পশিল শৰণ॥ ১৭৪
কতো বেলে আদেশিল বভ্ৰুবাহা ৰাজা।
নগৰীক লাগি নিয়ো সিও সৱে প্ৰজা॥
সজীৱন্ত প্ৰজা মানে নিয়োক নগৰে।
লড়িতে নাপাৰে যিবা থাকোক সমৰে॥ ১৭৫
জৈমুনি বদতি শুনিয়োক জন্মিজয়।
ৰাম বাপুতৰ যুদ্ধ ভৈল এহিনয়॥
ৰামক জিনিলে যেৱে লৱ-কুশ শৰে।
অৰ্জ্জুনকো জিনিলন্ত মণিপুৰেশ্বৰে॥ ১৭৬
জৈমুনি বদতি শুনিয়োক নৰেশ্বৰ।
যাৰ যতমান যুদ্ধ কহিলো সমৰ॥
অৰ্জ্জুনৰ বাপুতৰ যেন যুদ্ধ ভৈল।
যথাবৃত কথা কহিবাক সজ ভৈল॥ ১৭৭





ৰণ জিনি বভ্রুবাহা আছে সেহি ঠাই।
হেন দেখি ৰাজা হংসধ্বজ গৈলা ধাই॥
বভ্রুবাহা ৰাজাৰ বিচিত্র ৰথখান।
প্রথমতে হংসধ্বজে কৰি খান খান॥ ১৭৮
পুনৰপি হংসধ্বজে মাৰি এক বাণ।
বভ্রুবাহা ৰাজাৰ কাটিল ধনুখান॥
পুনৰপি শৰ ধৰি ভেদিল হৃদয়।
লালকাল ভৈল বীৰ অৰ্জ্জুন-তনয়॥ ১৭৯
বভ্রুবাহা যত মানে মাৰিলেক শৰ।
সকলে নিস্ফল কৰিলন্ত নৃপবৰ॥
পাঞ্চ অক্ষোহিণী সেনা মাৰিল সমৰে।
সামৰাজে পলায় কেহো সমৰ নকৰে॥ ১৮০
হেনয় বীৰত্ব কৰিলন্ত হংসকেতু।
দুয়ো দিকিৰ প্ৰজাক দেখাইল বীৰত্ব॥
সেহি সময়ত তাৰ পৰিল মনত।
দুয়ো পুত্ৰ নষ্ট ভৈল এহি সমৰত॥ ১৮১
পুত্ৰ-শোকে ঝমক দেখন্ত মহাৰায়।
ঢলোঁ পৰোঁ কৰে দেহা বিহ্বল-পৰায়॥
হৰি হৰি কি কাৰণে মাৰো সেনাগণ।
দুই পুত্ৰ নষ্ট কৰি কি কৰে জীৱন॥ ১৮২
সেহি ছিদ্ৰ পায়া পাছে অৰ্জ্জুন-তনয়।
শৰে হানি নৃপতিৰ ভেদিল হৃদয়॥
শোক-দুখ পাই বীৰ নসহে শৰীৰ।
সৰে চাহি আছন্ত পড়িল মহাবীৰ॥ ১৮৩
হংসধ্বজ নৃপতিক পৰিবাৰ দেখি।
ভঙ্গ দিল পাণ্ডুসেনা সমৰ উপেক্ষি॥

বক্ৰুবাহনৰ লগত সুৰেগৰ যুদ্ধ; সুৰেগৰ পতন

যৌৱনাশ্বৰ তনয় সুৰেগ বুলি মোক॥
খনিতেক সহ ৰাজা পেশো যমলোক। ১৮৪
এহি বুলি সুৰেগ যৌৱনাশ্বৰ সুতে।
টোনৰ হস্তে নৱ শৰ তুলি লৈল দ্ৰুতে॥
নৱ শৰে দৃঢ়তৰে ভেদিল হৃদয়।
বৰ দুখ পাইলা বীৰ অৰ্জ্জুন-তনয়॥ ১৮৫
পুনৰপি তিনি শৰ কৰিলা প্ৰহাৰ।
এক শৰে ধনুখান কাটিলা তাহাৰ॥
আউৰ শৰে ধনুৰ কাটিলা সৱে সাজ।
ইক্ষুদণ্ড ভাঙ্গিলন্ত যেন গজৰাজ॥ ১৮৬
পৰম বৈষ্ণৱ হংসধ্বজ নৰপতি।
আমি বিদ্যমানে তান হেন বিসঙ্গতি॥
তথাপিতো কোপ ক্ষেমা নাহি সুৰেগৰ।
দুনাই মাৰিল বীৰে সহস্ৰেক শৰ॥ ১৮৭
সেহি শৰে ভেদিলেক অৰ্জ্জুন-সুতক।
তেৰেসে সুৰেগে গৈয়া পশিল কটক॥
হাতে ধনু ধৰি যেন সিংহৰ আক্ৰান্ত।
কটকত পশি বীৰে কৰয় নিপাত॥ ১৮৮
নৱশত শুক্ল হস্তী দেখন্তে শোভন।
যৌৱনাশ্বৰ সুতে তাক কৰিলাক ছন্ন॥
শুণ্ড মুণ্ড কাটি সৱে দোল বান্ধি থৈল।
মাংসে যে শোণিতে ৰণ-স্থলী পঙ্ক ভৈল॥ ১৮৯
পদাতিৰ মুণ্ড কাটি পেলাইলা বহুত।
নিয়ন্তে যাহন্তে ভাগৰিল যমদূত॥
পদাতিৰ মুণ্ডে ঢাকিল মহী-তল।
কৌতূহলে সিঞ্চে যেন তাল-তৰু-ফল॥ ১৯০

ডাঙ্কিনী যোগিনী ভেল্টি পিশাচ ভৈৰৱ।
আঝুৰি-পিঝুৰি খাই কটকৰ শৱ ॥
মনুষ্যৰ তেজ পান কৰে বহু স্বাদে।
সুৰেগক প্রশংসা কৰন্ত ঘোৰ নাদে ॥ ১৯১
সিবেলাত সুৰেগৰ সম নাহিকয়।
নির্জ্জান বনত যেন জলে দীপচয় ॥
পুনৰপি সুৰেগে জুৰিল এক শৰ।
প্রলয়ৰ বহ্নিত অধিক সমসৰ ॥ ১৯২
থাক থাক বভ্রুবাহা লৈবোহো পৰাণ।
হংসধ্বজ নৃপতিৰ সৱে শুঝ মান ॥
এহি বুলি শৰপাট মাৰিলাক ডাটি।
শৰ জুড়ি বভ্রুবাহা পেলাইলন্ত কাটি ॥ ১৯৩
তাৰ আদখান শৰ থাকি গৈল পড়ি।
তাৰ আদখান শৰ আসিল উফড়ি ॥
হেন দেখি ৰাজা মাৰিল তিনি বাণ।
সিও অৰ্দ্ধখানক কৰিল খান খান ॥ ১৯৪
তাৰ অগ্র-ভাগ আসি পৰিল গাৱত।
মূৰ্চ্ছিতক হুয়া ৰাজা পৰিলা ৰথত ॥
ৰথ মাঝে বভ্রুবাহা থাকি গৈলা পড়ি।
কতূহলে বীৰে কৰে লৰড়া-লৰড়ি ॥ ১৯৫
সিবেলাত সুৰেগক সম নাহি কেৱ।
নিমাইবাৰ বেলা যেন জলে দীপ ক্ষেৱ ॥
ক্ষেণেকে চেতনা পাই অৰ্জ্জুন-তনয়।
প্রলয়কালৰ যেন সূৰ্য্যৰ উদয় ॥ ১৯৬
কোপে-অপমানে ৰাজা দশন চোবাই।
জুৰিলন্ত শৰপাট সুৰেগক চাই ॥

অৰে অৰে সুৰেগ বিনাশ কৰো তোক।
কেহো বীৰে হেন ঠান নউ কৰে মোক॥ ১৯৭
হেন বুলি শৰপাট মাৰিলন্ত ডাটি।
শৰে পাই সুৰেগৰ গলতে নিল কাটি॥
চন্দু ৰণে পৰিল সুৰেগ মহামতি।
গিৰ গিৰ শবদে লৰিলা বসুমতী॥ ১৯৮
চন্দ্ৰ সম মুখগোট দেখিতে শোভন।
সুৰেগৰ ৰূপ গুণ অতি বিতোপন॥
পাছে ৰাজা পশিলন্ত পাণ্ডৱী সেনাত।
সহস্ৰে অযুতে লক্ষে কৰয় নিপাত॥ ১৯৯

সেনা-সেনানীৰ নিপাত দেখি অৰ্জ্জুনৰ বিষাদ

সকলে কটক হত ভৈল ৰণ মাঝে।
কৰ্ণ-সুত বৃহকেতু অৰ্জ্জুনত বাঝে॥
কতো বীৰগণ পৰি আছে মৰি মৰি।
কতো নগৰক লাগি নিলা বন্দী কৰি॥ ২০০
কামদেৱ আদি কৰি নিলা বন্দী যাক।
উলুপী ঔষধ দিয়া জীয়াইলা সৱাক॥
হেন দেখি অৰ্জ্জুনৰ বিস্ময় মনত।
মোৰ দিকি সেনামানে সৱে ভৈল হত॥ ২০১
খোড়ত ভাতিজ আমি আছো কি কাৰণে।
বৃহকেতু সম্বুৰিয়া মাতন্ত অৰ্জ্জুনে॥
অৰ্জ্জুন বদতি বাপ শুন বৃহকেতু।
আউৰ নেদেখোহো মই জীৱনৰ হেতু॥ ২০২
হংসধ্বজ হত ভৈল ইটো ঘোৰ ৰণে।
আন বীৰগণ কোনে গণিতাত গণে॥ ২০৩
হৰিসুত কামদেৱ বীৰ মহামতি।
সৱেহন্তে মিলিয়া পাতিলো সেনাপতি॥

সৱাৰ আগৰ পৰা নিল বন্দী কৰি।
আউৰ কেন জীৱন হুইবেক হৰি হৰি ॥ ২০৪
হিড়িম্বাৰ হন্তে ভৈল ভীমৰ তনয়।
ঘটোৎকচ নাম তান কিছো নাহি ভয় ॥
তাহান তনয় মেঘবৰ্ণ ভৈল হত।
আউৰ কেনমতে জয় কৰিবো মনত ॥ ২০৫
মোক ঢাকি প্ৰথমে যুঝিল অন্বশালে।
সিও ৰাজা হত-মোৰ ভৈল অল্পকালে ॥
এহি সমৰত হত ভৈল নীলকেতু।
আউৰ কেনমতে মোৰ জীৱনৰ হেতু ॥ ২০৬
যৌৱনাশ্ব নৰপতি পৃথিৱীত সাৰ।
যাহাৰ ঘোটকে যজ্ঞ সিঝিল আমাৰ ॥
সিও যৌৱনাশ্বৰ সুত সমৰত হত।
আউৰ কেনে জয়-আশা কৰিবো মনত ॥ ২০৭
খোড়ত ভাতিজ আমি আছো সমুদায়।
দুইহান প্ৰাণ যেৱে একেলগে যাই ॥
যুধিষ্ঠিৰ ৰাজা আছন্ত মহাসুখে।
ইসৱ কথাক শুনিবন্ত কাৰ মুখে ॥ ২০৮
মহাদাতা কৰ্ণৰ তনয় শুভ-নয়।
তোমাতেসে আশা মোৰ সকলে আছয় ॥
যিথানত আছন্ত কেশৱ যুধিষ্ঠিৰ।
যথাবৃত কথা কহিয়োক মহাবীৰ ॥ ২০৯

দুৰ্নিমিত্ত-দৰ্শন

হেন কথা-মাতে যেৱে আছন্ত দুইহন্তে।
আসিল শগুন গোট আকাশৰ হন্তে ॥
অৰ্জ্জুনৰ কিৰীটিত পড়ি দিল ৰাৱ।
মৃত্যু-ভয় দেখাই পাছে দিলাক উৰাৱ ॥ ২১০

আৰো বিমঙ্গল দেখাই অৰ্জ্জুনক প্ৰতি।
ধ্বজৰ উপৰে আসি ঘূৰে কপৰতী ॥
মুণ্ড নাহি গাণ্ডীগোট আপুনাৰ ছাঁয়া।
তাক দেখি অৰ্জ্জুনৰ থিৰ নোহে কায়া ॥ ২১১
অৰ্জ্জুনে জানিলা আজি মৃত্যু হৈব মোৰ।
বৃষক বোলয় বাপু যায়োক সত্বৰ ॥
মোহোৰ মৰণে বৰ হৈবেক অকাৰ্য্য।
যজ্ঞ সিদ্ধ হৈব কেনমতে ধৰ্ম্মৰাজ ॥ ২১২
তুমি আজি মৰ যদি সমৰ ভূমিত।
শুনি কুন্তী মাৰে শোক কৰিব বহুত ॥
ভাৰত পয়াৰ শুনিয়োক মন কৰি।
সকল সমাজে ডাকি বোলা হৰি হৰি ॥ ২১৩

॥ ছবি ॥

মৰণ নিশ্চিত দেখি অৰ্জ্জুনৰ কাতৰ বচন

অৰ্জ্জুন বদতি বাপ শুনিয়োক বৃহকেতু
জীৱনক নাহি মোৰ আশ।
ধৰ্ম্ম ভীম বাসুদেৱ মাদ্ৰীৰ তনয় যত
চলি যাউ তাসম্বাৰ পাশ ॥
তাসম্বাত প্ৰবন্ধে যে হেন কথা কহিবাহা
ধনঞ্জয় গৈল যমলোক।
একোৰে প্ৰকাৰে যেৰে প্ৰাণ ৰক্ষা নপৰয়
তেৰে দূত পঠাইলন্ত মোক ॥ ২১৪
সংসাৰৰ যত ভোগ সৱে ভৈল উপযোগ
নাৰায়ণ-চৰণ-প্ৰসাদে।

দেৱাসুৰ মনুষ্যক সবাকো জিনিলো ৰণে
নাপাইলেক খানিক প্ৰমাদে ॥
আজি এহি সমৰত নিশ্চয় মৰণ হৈব
আকলিলো বিমঙ্গল দেখি।
হৰি হৰি দৈৱ বিধি মৰিবাৰ বেলা মঞি
নেদেখিলো বাসুদেৱ সখি ॥ ২১৫

যুধিষ্ঠিৰ আগে তঞি হেন বাৰ্ত্তা কহিবাহা
মোক লাগি চিন্তা এৰন্তোক।
চাৰি ভাই আলচিয়া বাসুদেৱ সখা কৰি
যেন যুৱাই তাকে কৰন্তোক ॥
তোমাৰে শৰীৰে যত ঘাৱ দুখ-বেথা গৈল
সৰ্ব্বক্ষণে বহে তেজধাৰ।
এবে যেবে ভৈল নষ্ট ঘোৰাৰ নিমিতে কষ্ট
যজ্ঞ কেনে সিঝিব ৰাজাৰ ॥ ২১৬

কুন্তী মাৱ-চৰণত প্ৰণতি কৰিয়া আগে
এহি কথা কহিবাহা বাপ।
পাঞ্চ পুত্ৰ মধ্যে মঞি একগুটি নষ্ট ভৈলো
মোক লাগি নকৰোক তাপ ॥
গান্ধাৰীৰ শত পুত্ৰ সমৰত মাৰিলোহো
তেসম্বেনো কেনে ধৰে চিত্ত।
ইহানযে চাৰি পুত্ৰ ইন্দ্ৰ-সম বলিয়াৰ
মহাবড়া জগতে বিদিত ॥ ২১৭

মোত গহে ধৰ্ম্মৰাজ আলচিলে যত কাজ
এবে মিছা ভৈল সমুদা।
শক্ৰুত বীৰত্ব কথা মিত্ৰত অৱস্থা-ব্যথা
তোমাতেসে কহিবে যুৱাই ॥

আগে মোৰ হেন চিত্ত যত পাওঁ ধন-বিত্ত
বিপ্ৰক কৰিবো সৱে দান।
যজ্ঞ সমাপতি ভৈলে যুধিষ্ঠিৰ নৃপতিক
অৱভৃথ কৰাইবোহো স্নান॥ ২১৮
বহুবিধ নৃত্যগীত যাৰ যেন মনোনীত
বাদ্য-ভণ্ড সকল বৰাইবো।
হাতে পুষ্প-মাল ধৰি অনেক সধৱা নাৰী
সুমঙ্গল সকল কৰাইবো॥
শ্ৰুৱ শ্ৰুচ বুলি যাক সুৱৰ্ণে মণ্ডিবো তাক
কনকে ৰচিবো যজ্ঞ-স্থান।
তৰিবৰি কাপৰি দুখী-ভিখী দেশান্তৰী
সবাহাকে দিবো ধন-ধান্য॥ ২১৯
ভীমত প্ৰৱন্ধে গৈয়া হেন কথা কহিবাহা
এবেসে তাহান মুনিষাই।
এদিনাত ধৰ্ম্মৰাজ আলচিল যত কাজ
সিকালত আমিও সহায়॥
এদিনাৰ চিন আৰু গৰ্ব্বভাৱে বোলন্তোক
যেৱে হাক শুনন্ত আমাৰ।
হস্তীৰো পিছলে পাৱ সুজনে বুড়াএ নাৱ
আঙ্কো আৰিত হাৰয় জুয়াৰ॥ ২২০
দ্ৰৌপদীত প্ৰৱন্ধেযে গৈয়া হেন কহিবাহা
মোক লাগি চিন্তা জানো কৰৈ।
ব্ৰাহ্মণৰ বিধৱাযে পৃথিৱীত নিমাখিতী
তেসম্বেনো কেনে চিত ধৰৈ॥
ইহানযে চাৰি পতি যেন দুতী সুৰপতি
অৱশ্যে কৰিব প্ৰতিপাল।

ইহাতেসে আতি দুখ নেদেখিলো প্ৰিয়া-মুখ
অন্তকালে কি মোৰ কপাল ॥ ২২১
দেৱাসুৰ মনুষ্যক সৱাকো জিনিলো ৰণে
বিশেষে বোলাইলো সব্যসাচী।
তথাঞ্চে মাখি ভৈলো গো-খোজত তল গৈলো
কচুত ভাঙ্গিলো বড় কাছি ॥
ভীষ্ম কর্ণ গুৰু দ্ৰোণ বৃসষেণ জয়দ্ৰথ
সৱাকে নিলোহো যম-পুৰ।
কোনবা পাপৰ ফলে বভ্রুবাহ নৃপতিত
সকলে ভাবনা হৈল চূৰ ॥ ২২২
জয় জয় নৰপতি দুৰ্লভনাৰায়ণ ৰাজা
কামপুৰে ভৈল বীৰবৰ।
সপুত্ৰ-বান্ধৱে যেবে সুখে ৰাজ কৰন্তোক
জীৱন্তোক সহস্ৰ বৎসৰ ॥
তাহান ৰাজ্যতে থিত সাধু-জন মনোনীত
অশ্বমেধ বিৰচিত সাৰ।
বিপ্ৰ হৰিবৰ কই গৌৰীৰ চৰণ সেই
পদবন্ধে কৰিলো প্ৰচাৰ ॥ ২২৩

॥ পদ ॥

বৃষকেতুৰ বীৰত্ব-সূচক বাণী

বৃষকেতু বোলে খুৰা ই বৰ ভৈলা ভয়।
ত্ৰিভুৱন খ্যাত তুমি বীৰ ধনঞ্জয় ॥
তোমাক নাটিলে ভীষ্ম কর্ণ গুৰু দ্ৰোণে।
তোমাৰ ৰণ-ভঙ্গ খুড়াই পতিয়াইব কোনে ॥ ১২৪

মই সমৰত যেৱে মৰো এহি ঠাই।
তথাপি তোমাক এড়ি নযাইবো খুড়াই॥
সমৰক ডৰে ঘৰে যাইবো কি কাৰণে।
নৃপতিত কথা তুমি কহিবা আপুনে॥ ২২৫
জগত-প্ৰখ্যাত সূৰ্য্য প্ৰচণ্ড-প্ৰতাপ।
তাহান তনয় কৰ্ণ মোৰ হন্ত বাপ॥
বিশেষত ভাতিজ মই পাঞ্চ পাণ্ডৱৰে।
মোৰ ৰণ-ভঙ্গে লাজ আসিব সৱাৰে॥ ২২৬
একে-গুটি ভাৰ্য্যা মোৰ সৰ্ব্বাঙ্গে সুন্দৰী।
যাত্ৰা-কালে মোহোক সি কইলা হেন কৰি॥
ক্ষেত্ৰিয়-জাতিৰ বিজয়ে মৰণে সুশোভন।
ৰণ-ভঙ্গে পলাইলে নিন্দয় সৰ্ব্বজন॥ ২২৭
সত্যভমা লক্ষণা ৰুক্মিণী সব সাখী।
তেসম্বে তোমাৰ যশ সাধিবাক আসি॥
বিশেষত সহায় তুমি আছা ধনঞ্জয়।
থাকিয়োক খুৰাই মই যুঝিবো নিচয়॥ ২২৮
মিত্ৰৰ নিদানে যিবা জনে এৰে প্ৰাণ।
তাসম্বাৰ শুনি আছো স্বৰ্গলোকে স্থান॥
ব্ৰাহ্মণৰ ঘোএ পৰিয়াৰৰ অন্তৰে।
যিটো প্ৰাণী উচিতে ৰণত গৈয়া মৰে॥ ২২৯
তাহাৰ স্থান হোৱে সপ্তম স্বৰ্গত।
হেন সব জানি মই যাইবো কেনমত॥
এৱে যেৱে খুৰাই মই হেন কাৰ্য্য কৰি।
কেন মতে মোৰ মুখ চাহিব সুন্দৰী॥ ২৩০
খানিতেক খুৰা তুমি থাকা বাট চাই।
সমৰত বুঝা কিছু মোৰ মুনিষাই॥

সামৰাজে সাজি আছে মণিপুৰেশ্বৰ।
চাহি থাকা খুৰা মই যুঝো একেশ্বৰ ॥ ২৩১
বব্রুবাহন আৰু বৃষকেতুৰ দুৰ্ঘোৰ সংগ্ৰাম; বৃষকেতুৰ শিৰশ্ছেদ
পাচে সুমধুৰ বাণী অৰ্জ্জুনক বুলি।
নমস্কাৰ কৰি চৰণৰ লৈলা ধূলি ॥
বিচিত্র পতাকা ৰথদণ্ড সুশোভন।
যাত্রা কৰি লড়িলন্ত কৰ্ণৰ নন্দন ॥ ২৩২
সুবৰ্ণ-ৰচিত গায়ে পিন্ধি অলঙ্কাৰ।
পূৰ্ণিমাৰ চন্দ্ৰ যেন কৰে জাতিঙ্কাৰ ॥
পাণ্ডৱৰ যত মানে আছে বীৰগণ।
মাৰি মাৰি পেশিলন্ত যমৰ কৰণ ॥ ২৩৩
কতো বন্দী কৰি নিল নগৰীক লাই।
কতেক বোলন্ত বব্রুবাহ আইল ধাই ॥
তিনিপাট শৰ টোনৰ লৈল কাঢ়ি।
বৰ চোটে বব্রুবাহা মাৰিলাক বাঢ়ি ॥ ২৩৪
হৃদয়ত পৰি বাণ পিঠিত বঝাল।
সেহি বেগে পৃথিবীত পৰিয়া লুকাইল ॥
গৰ্ত্ত পাই সৰ্প যেন পাতালক গৈল।
নৃপতিৰ শৰ জানা সেহিনয় ভৈল ॥ ২৩৫
কতো বেলে সুস্থ পাই কৰ্ণৰ তনয়।
ছয় শৰে নৃপতিৰ ভেদিলে হৃদয় ॥
হৃদয়ত পৰি শৰ পশিল সমূলে।
ৰথত ফুৰন্ত ৰাজা হাকুলে ব্যাকুলে ॥ ২৩৬
কতো বেলে সুস্থ পাইল অৰ্জ্জুন তনয়।
বৃহকেতু বীৰৰ মাৰিল চাৰি হয় ॥
ৰথ-ভঙ্গ ভৈল দেখি মনত আসুখ।
গাৱে বল আছে মানে দিল শঙ্খ ফুঙ্ক ॥ ২৩৭

পুনৰপি শৰ ধৰি মণিপুৰেশ্বৰ।
তিনি শৰ কৰি ৰথ কাটিল বৃহৰ॥
সাৰথিক কাটিয়া পেলাইলা তেতিক্ষণে।
জয় জয় বাদ্য-ভণ্ড বাৰে সৰ্ব্বজনে॥ ২৩৮
কোপে অপমানে বৃহকেতুৰ বিষাদ।
হৰি হৰি ভৈল মোৰ হেন সে প্ৰমাদ॥
থাক বভ্রুবাহা আজি সৱে শুঝো ৰণে।
এহি বুলি শৰ প্ৰহাৰিল তেতিক্ষণে॥ ২৩৯
বভ্রুবাহা ৰাজাৰ কাটিলা ৰথখান।
আৰো শৰে সাৰথিৰ লৈলন্ত পৰাণ॥
চাৰি শৰে চাৰি ঘোৰা মাৰি বৃহকেতু।
সহস্ৰেক শৰ মাৰি দেখাইলা বীৰত্ব॥ ২৪০
কোপে অপমানে ৰাজা নসহে পৰাণ।
তেতিক্ষণে মাৰিলেক অগনিৰ বাণ॥
বৃহকেতু আসৈ দেখি অগ্নি ঝাকে ঝাক।
বৰুণৰ শৰ হানি নিমাইলন্ত তাক॥ ২৪১
বভ্রুবাহা দেখৈ মেঘৰ পৰে পানী।
তেতিক্ষণে উড়ুৱাইলা বায়ু-বাণ হানি॥
কৰ্ণসুতে দেখে বায়ু কৰয় আন্দোল।
হানিল পৰ্ব্বত-বাণ নচাপিল কোল॥ ২৪২
ইন্দ্ৰ যম কুবেৰ বৰুণ শঙ্কৰৰ।
অৰ্জ্জুনৰ পুত্ৰে শৰ মাৰিল বিস্তৰ॥
আনো দেৱতাৰ সৱে অস্ত্ৰ-শস্ত্ৰ হানি।
প্ৰলয়-কালত যেন ভৈল দুয়ো প্ৰাণী॥ ২৪৩
সিবেলাত কিছো ধিক ভৈল কৰ্ণ-সুত।
ৰথী ৰথ ৰাজাগণ মাৰিল বহুত॥

যুগান্ত কালত যেন ৰুদ্ৰ-ৰূপ ধৰি।
প্ৰজাক সংহাৰে যেন বজ্ৰ-বৃষ্টি কৰি॥ ২৪৪
আৰো অসংখ্যাত সব মাৰি ভাল ভাল।
বৃহকেতুৰ শৰে ৰাজা ভৈল লালকাল॥
পৰম বৈষ্ণৱ বক্ৰুবাহা নৰেশ্বৰ।
বিষ্ণু স্মৰন্তে পীড়া গুচিল পাৱৰ॥ ২৪৫
কোপে অপমানে পাছে মণিপুৰ-নাথে।
প্ৰলয়ৰ বহ্নি-শৰ তুলি লৈল হাতে॥
শৰ পাট জুৰি পাছে অৰ্জ্জুন-তনয়।
কৰ্ণৰ স্নুতক চাহি হাসিয়া মাতয়॥ ২৪৬
সাধু সাধু বৃহকেতু কৰ্ণৰ কুমাৰ।
পাণ্ডৱী সেনাত তোক বীৰ পাইলো সাৰ॥
তইসে মাৰিলি মোৰ কটক বহুত।
হেন জানি তোক লাগি বাঢ়ে যম-দূত॥ ২৪৭
বৃত্ৰক মাৰিল যেন দেৱ পুৰন্দৰে।
আৰু আজি তোক মাৰি পেশো এহিশৰে॥
এহি বুলি প্ৰহাৰিল মণিপুৰ-নাথ।
বৃহকেতু বীৰৰ গৈয়া পৰিল হিয়াত॥ ২৪৮
হৃদয়ত পৰি তুলি ধৰিলেক শৰে।
ফুৰাৱয় দশোদিশ পৰ্ব্বত শিখৰে॥
তথাপিতো বৃহকেতু নপৰে মহীত।
মন্ত্ৰৰ প্ৰভাৱ দেখা কেন বিপৰীত॥ ২৪৯
যি ভিতিক লাগিয়া বৃহক লৈয়া যাই।
তলে তলে অৰ্জ্জুনে ফুৰন্ত তাক চাই॥
দশোদিশে ফুৰিলন্ত দণ্ড ছয় মানে।
পুনৰপি বৃহক থৈলন্ত সেহি থানে॥ ২৫০

কতো বেলা সুস্থ পাই কৰ্ণৰ তনয়।
ছয়শৰে নৃপতিৰ ভেজিল হৃদয় ॥
সেহি ছয় শৰে তেৱে নৃপতিক পাই।
আকাশক লাগি তেৱে নিল উৰুৱাই ॥ ২৫১
বব্রুবাহ ৰাজাক নিলন্ত স্বৰ্গপথ।
সূৰ্য্য-ৰশ্মি লাগিয়া দগধ ভৈলা ৰথ ॥
বিষ্ণু সুমৰন্তে পীড়া এড়াইলা নৃপতি।
পৰ্ব্বতত পৰন্তে যেন দেখিয় সম্পাতি ॥ ২৫২
বব্রুবাহা পৰে বৃহকেতু আছে দেখি।
হানিলেক তিনি শৰ খানিক নাপেখি ॥
সেহি তিনি শৰে ৰাজাক যেৱে পাই।
অৰ্জ্জুন পাসক লাগি আনিল উড়ুৱাই ॥ ২৫৩
হেন দেখি হাসি বোলে কৰ্ণৰ দায়াদ
এবেসে মনৰ মোৰ খণ্ডিল বিষাদ ॥
সকল কটক মোৰ মাৰিলি সমৰে।
তাৰ প্ৰতিকাৰ কৰো এহি তিনি শৰে ॥ ২৫৪
হংস-ধ্বজ ৰাজাক মাৰিলি তই কোপে।
সম্প্ৰতিক দুখ তঞ্জি পালি সেহি পাপে ॥
নৰলোকে পাপ-পুণ্য কৰয় যতেক।
মাৰিলেসে ফল তাক দিৱয় প্ৰতেক ॥ ২৫৫
এতেক বোলন্তে ৰাজা পাইলন্ত চেতন।
দেখন্তে গৰ্জ্জন্তে আছে কৰ্ণৰ নন্দন ॥
শৰীৰৰ তিনি শৰ আচাৰি পেলাইল।
ক্ৰোধ কৰি বীৰে যেৱে তাঙ্ক প্ৰতি ধাইল ॥ ২৫৬
আকাশৰ পৰা ডেৰ দিলেক দুনাই।
পড়িলন্ত বৃহকেতু মুখে মাটি খাই ॥

হৃদয়ত পড়ি দুই ভিতি জানুকৰি।
দুই হাতে বান্ধিয়া গলত আছে ধৰি॥ ২৫৭
আফাল সিফাল কৰে এড়াইবো নুৰাৰে।
বাঘে যেন হৰিণক জান্তি জান্তি ধৰে॥
খনো কাতি হন্ত খনো হোৱন্ত উবুৰি।
এৰাইবে নুৰাৰে বক্ৰুবাহা আছে ধৰি॥ ২৫৮
কতো বেলা সুস্থ হুয়া হাতে হাতে ধৰি।
হিয়াত তাৰিলা তাৰ অতি শীঘ্ৰ কৰি॥
চোটপায়া বক্ৰুবাহ ভৈলন্ত অন্তৰ।
আপুনাৰ কটকে পশিল নৃপবৰ॥ ২৫৯
কতো বেলে স্বস্থ পাই কৰ্ণৰ তনয়।
পাঞ্চশৰে নৃপতিৰ ভেদিল হৃদয়॥
সেহি পাঞ্চশৰে নৃপতিক লাগ পাই।
আকাশক লাগি পুনু নিল উড়ুৱাই॥ ২৬০
আকাশত ৰাজাক ফুৰাৱে শত পাক।
কৌতূহলে ধনঞ্জয় চাহি আছে তাক॥
হাসি হাসি বোলে কৰ্ণ-সুত মহাবল।
বক্ৰুবাহন ৰাজাৰ খুড়াই দেখা কৌতূহল॥ ২৬১
ৰাজাৰ প্ৰহাৰ সহিবাক পাৰে কোনে।
ধন্য ধন্য বৃহকেতু বোলন্ত অৰ্জ্জুনে॥
যৈখানে ৰথক পৃথিবী ধৰি শাপে।
ক্ষেণেকো নভৈল তুলিলন্ত তযু বাপে॥ ২৬২
দেখা দেখা খুড়াই হৰিষ কেন মান।
নাহিকে সাসিক বীৰ ইহাৰ সমান॥
ইসব বচন ৰাজা শুনি আছে কাণে।
নসহে শৰীৰ তাৰ কোপে অপমানে॥ ২৬৩

আকাশৰ পৰা ডেৰ দিলন্ত তুনাই।
পৰিলন্ত বৃহকেতু মুখে মাটি খাই॥
হৃদয়ত পৰি বীৰে দুই হাতে আটে।
বলৱন্ত নাৰী যেন বেস্থৱাৰ বাটে॥ ২৬৪
পানীৰ মাছক যেন হাতে আছে ধৰি।
এড়াইতে নুৱাৰি কৰে ঘৰসা-ঘৰসি॥
সেহি ক্ষণে বক্রুবাহা ভৈলন্ত আন্তৰ।
ধূলা-মাটি ঝঙ্কাৰি উঠিলা বীৰবৰ॥ ২৬৫
দুয়ো মহাবলী উঠিলন্ত তেতিক্ষণে।
অদভুত শৰ-বৃষ্টি কৰিলা সঘনে॥
দুয়ো ৰূপৱন্ত দুয়ো তেজৱন্ত দুই।
দুইকো দুই তুল্যবল বিশ্ৰমিলা দুই॥ ২৬৬
খণো কাতি হন্ত খণো হোৱন্ত উবুৰি।
এড়াইবে নুৱাৰে বক্রুবাহা আছে ধৰি॥
খণো খণো দুই হন্তে আকাশক যাই।
খণো পৃথিবীত যুঝে একে ঠাই॥ ২৬৭
খণো একেঠাই খণো হোৱয় অন্তৰ।
হেন মতে যুদ্ধ কৰি ভৈলন্ত ভাগৰ॥
কতো কতো ক্ষণ যুঝন্ত ধনু ধৰি।
খণোহো চাপৰ মাৰে হাতাহতি কৰি॥ ২৬৮
কতোক্ষণে শৰ মাৰে ধনু ভিড়ি ভিড়ি।
শৰ চোটে গাৱৰ যে মাংস যাই চিণ্ডি॥
শৃগাল, শগুন কাক আৰু যেন পখী।
ঝাম্প দিয়া খাই মাংস পৰিবাৰ দেখি॥ ২৬৯
হেন মতে দুই বীৰে যুঝে একে-স্থানে।
ৰাত্ৰি দিনে সৰ্ব্বক্ষণে দিন পাঞ্চ মানে॥

পাঞ্চ দিন অৱসানে অৰ্জ্জুন-তনয়।
অসংখ্যাত কৰি মাৰিলন্ত শৰচয়॥ ২৭০
শৰ মাৰি বভ্রুবাহা মাতে কৌতূহলে।
তুমি সম বীৰ নাহিকয় ৰবি-তলে॥
ধন্য ধন্য বৃষকেতু কৰ্ণৰ তনয়।
অদ্যাপিও মোহোৰ ৰণক নাই ভয়॥ ২৭১
এবেযে কৰিব পাৰা মোহোৰ বচন।
সুমৰিয়ো মাধৱ কেশৱ জনাৰ্দ্দন॥
মোহোৰ বাণে তোৰ গৈলেক পৰাণ।
অন্তকালে হৌক তোৰ সপ্ত স্বৰ্গে স্থান॥ ২৭২
এহি বুলি ধনুত ধৰিলেক নৃপবৰ।
প্ৰবন্ধে জুৰিল আনি অৰ্দ্ধচন্দ্ৰ শৰ॥
বৃহকেতু দেখে আসৈ অৰ্দ্ধচন্দ্ৰ বাণ।
দুই শৰ হানিয়া কৰিল খান খান॥ ২৭৩
শৰ-ছেদ দেখি ক্ৰোধিলন্ত বীৰবৰ।
সুবৰ্ণে ৰচিত জুৰিলন্ত এক শৰ॥
সুবৰ্ণৰ শৰ সুবৰ্ণৰ ঝাতি কাম।
হেন বীৰ জুৰি বীৰে কৰিল সন্ধান॥ ২৭৪
হেন দেখি বৃহকেতু বৰে ভৈল ভয়।
এবেসে জানিলো মোৰ মৃত্যুৰ নিছয়॥
কেশৱ মাধৱ গোৱিন্দ নাৰায়ণ।
মোৰ হৃদয়ৰ নচাড়িবা সৰ্ব্বক্ষণ॥ ২৭৫
এতেক বোলন্তে গল পাইল আসি বাণ।
তেতিক্ষণে গাণ্ডি মুণ্ড কৰিল দুখান॥
শৰ-চোটে মুণ্ডগোট আকাশে উৰিল।
বভ্রুবাহা ৰাজাৰ গৈয়া হিয়াত পৰিল॥ ২৭৬

চোট পাই বভ্রুবাহা পৰিল ৰথ মাঝে।
বুড়িল বুড়িল বুলি চেঞ্চাই সামৰাজে॥
দুই হাতে মুণ্ডগোট পেলাইল ৰাজাই।
অৰ্জ্জুনৰ ভৰিত গৈয়া পৰিল সমুদায়॥ ২৭৭

বৃষকেতুৰ মূৰ লৈ অৰ্জ্জুনৰ বিলাপ

কৃষ্ণ কৃষ্ণ বুলি মুণ্ডগোট পাৰে ৰাৱ।
দেখি অগ্নি জ্বলি গৈল অৰ্জ্জুনৰ গাৱ॥
হা হা বৃহকেতু তোৰ হেনসে বিলই।
কান্দন্ত অৰ্জ্জুনে হিয়াত মুণ্ড লই॥ ২৭৮
এতিক্ষণে হাসি মাতিলি তঞ্জি বাপ।
এবে কেনে দিয়া গৈলি দাৰুণ সন্তাপ॥
জ্বলন্ত বহ্নি আছি কেনি ভৈলি জলধাৰ।
এবে কেনে প্ৰাণ চাৰি নযাই আমাৰ॥ ২৭৯
কিৰীটি কুণ্ডল মুখ দেখিতে শোভন।
বভ্রুবাহা শৰে কেনি ভৈলিহি নিৰ্য্যাণ॥
হিয়াতেসে মুণ্ডগোট হাতে ধৰি আছে।
মুণ্ড নাহি গাণ্ডিগোট হাতমেলি নাচে॥ ২৮০
কেনমতে সন্তাপ হৃদিত দিবো ঠাই।
যুধিষ্ঠিৰ নৃপতি আৰো কুন্তী আই॥
হাতে হাতে সুম্পিয়া শিখালা হেন মতে।
চেবুণ্ডা ছৱালিক পালিবা ভালমতে॥ ২৮১
নকুল সহদেৱ আৰো ভীমসেন।
হাতে হাতে সুম্পি হেন বুলিল বচন॥
বাপেককো মাৰিলি তথাপি মোৰ ভিতি।
পুত্ৰৱতে পালিবিহি সমৰ ভূমিতি॥ ২৮২
এবে কেন কথাক কহিবো তাসম্বাত।
বীৰৰ মুণ্ডত যেন পৰিল নিঘাত॥

আগে বন্ধুজন গৈল যমৰ কৰণ।
তোৰ সুখ দেখি সবে ভৈলো পাসৰণ॥ ২৮৩
গণিজত গণি যৌৱনাশ্ব নৰপতি।
তাহাঙ্ক বিৰোধে নাটে আমাৰ শকতি॥
তাকো জিনি ঘোড়া আনিলি তঞি বাপ।
আজি কেনে দিলি মোক হৃদয় সন্তাপ॥ ২৮৪
মহাদাতা কৰ্ণ তোৰ আছিলে জনক।
শৰীৰৰ মাংস কাটি দিলন্ত ইন্দ্ৰক॥
মোহোৰ নিমিত্তে তোৰ গাৰৰ মাংসক।
কৰিলিহি দান যে শৃগাল শগুনক॥ ২৮৫
তোহোৰ মৰণে মোৰ অসুখ মনত।
আজিসে জানিলো অভিমন্যু ভৈল মৃত॥
অসংখ্যাত ৰিপু-শিৰ কাটিলা উচাই।
স্বভাৱতে সুকুমাৰ অধিকে শুহাই॥ ২৮৬
নাল কটা পদ্ম যেন সৰোবৰে ভাসে।
তোৰ যশে দিবাকৰ আজিও প্ৰকাশে॥
আজিসে জানিলো সেনা পৰিল সকলে।
এহি বুলি ধনঞ্জয় কান্দন্ত বিকলে॥ ২৮৭
আপদৰ ওপৰতে শোকে পাইলে মোক।
হৰি এৰিলত মই হৰুৱাইলো তোক॥
তঞি নাহিকে কোনে কৰিব প্ৰতিকাৰ।
সূৰ্য্য অবিহনে যেন দিনতে আন্ধাৰ॥ ২৮৮
দীপ নাহিকন্ত যেন দেখি তমোময়।
দেৱ নাহিকন্তে যেন দোল নৰঞ্জয়॥
পূজা নাহি ভিণ্ডি যেন নকৰে শোভন।
তঞি অবিহনে মোক নিষ্ফল জীৱন॥ ২৮৯

দুই হাতে হিয়াত আনি মুণ্ডগোট লই।
নিঢালে পৰিল অৰ্জ্জুন মূৰ্চ্ছা গই ॥

অৰ্জ্জুনৰ প্ৰতি বভ্ৰুবাহনৰ বক্ৰোক্তি

অৰ্জ্জুন পৰিল যেবে অচেতন ভাৱে।
বভ্ৰুবাহা ৰাজা খেদি গৈল সেহি ঠাৱে ॥ ২৯০
ধনুৰ নোগোকা দিয়া বোলয় নৃপতি।
হাসি হাসি অৰ্জ্জুনক কৰয় বিগতি ॥
বেশ্যাৰ তনয় মোক প্ৰথমে বুলিলা।
এবে কোন বীৰ মই তেবে কি চিনিলা ॥ ২৯১
বেশ্যাৰ তনয় যশ থৈলা পৃথিৱীত।
ক্ষত্ৰিয়ৰ অৱস্থা দেখন্তে ভয় ভীত ॥
আশেষ কপট কৰি নিন্দিলা আতাই।
এবে কিক আছা দান্ত মুণ্ড নিকটাই ॥ ২৯২
কৌৰৱৰ সমাজে যতেক ভাৰি-ভুৰি।
মোহোৰ হাতত আজি সবে ভৈল চূৰি ॥
কোন কাৰ্য্যে ভেশ জুৰি আছাহা আতাই।
সদ বুধি দিওঁ শুনা কল্যাণক পাই ॥ ২৯৩
এহি মুণ্ডগোট দিয়া আৰাধিয়ো হৰ।
তুষ্ট হুয়া শঙ্কৰে দিবন্ত ইষ্ট বৰ ॥
পাশুপত অস্ত্ৰ লৈয়া শঙ্কৰক মাগি।
তেবেবা কিছো সম হোৱা মোক লাগি ॥ ২৯৪
নোহে তেৱে ভেশ এৰি শৰ-ধনু ধৰা।
যজ্ঞে লাগি ঘোৰা মেলি মুখৰ দোষে মৰা ॥
এতেকতে চেতন লভিলা ধনঞ্জয়।
দেখন্তে নৃপতি নিন্দি আশেষ মাতয় ॥ ২৯৫
বৃহকেতুৰ মুণ্ডগোট এক পাশে থৈল।
যুঝিবাক লাগি তেবে শৰ-ধনু লৈল ॥

বব্রুবাহন আৰু অৰ্জ্জুনৰ যুদ্ধ

অৰ্জ্জুন বদতি আজি সেন্থৰে নযাস।
শৰে হানি তোক আজি কৰিবো বিনাশ॥ ২৯৬
আশেষ মাৰিলি মিত্ৰ সজন বান্ধৱ।
তোৰ প্ৰতিকাৰ কৰো খানিতেক সৱ॥
পৰ্ব্বতক ভেদিবাক পাৰো মোৰ শৰে।
মই ভেশ যুৰি আছো নটুৰাক ডৰে॥ ২৯৭
এহি বুলি শৰচয় কৰিল প্ৰহাৰ।
বাৰিষাৰ মেঘে যেন গৰ্জ্জয় আপাৰ॥
সেহি শৰে সেনাগণ মাৰিল বহুত।
কতূহলে শঙ্খ-নাদ কৰে কুন্তীসুত॥ ২৯৮
বব্রুবাহা ৰাজাক মাৰিল বহু শৰে।
শৰে ফুটি নৰনাথ চেতন নকৰে॥
অৰ্জ্জুনৰ শৰক চিন্তায়ে কতো ডৰি।
মৰিবাক ডৰে কতো পশিল নগৰী॥ ২৯৯
তাসম্বাক দেখি চিত্ৰঙ্গদা ভৈল শ্ৰান্ত।
উলুপী অসুধি দিয়া সবাক জীয়ান্ত॥
গ্ৰামে নগৰে পুৰে দেখি শৰময়।
ঘৰৰ নবঝায় কেহো মৰিবাক ভয়॥ ৩০০
শুখান পত্ৰক যেন উড়ুৱাইল বাৱে।
সেহিভাৱে প্ৰজা উড়ুৱাইলা শৰ-ঘাৱে॥
অৰ্জ্জুনৰ শৰৰ পখাৰ বায়ু লাগি।
যুদ্ধ এৰি পলাই প্ৰজা দশোদিশে ভাগি॥ ৩০১
মহাবীৰ অৰ্জ্জুন যুঝন্ত ধনু-ধৰি।
বব্রুবাহন ৰাজাক মাৰিল দৃঢ় কৰি॥
সিংহনাদ কৰন্ত শুনন্তে ভয়ঙ্কৰ।
ৰণ-ভঙ্গ ভৈল প্ৰজা নকৰে সমৰ॥ ৩০২

সিবেলাত অৰ্জ্জুনক দেখি লাগে ভয়।
দশোদিশে আন নাহি দেখি শৰময়॥
মণিপুৰ নগৰত যত নাৰী নৰে।
গৃহৰ নবঝায় কেহো মৰিবাক ডৰে॥ ৩০৩
যি জনী নজানি গৃহৰ বাঝ হুই।
শৰ পৰি গাৱৰ কাপৰে লাগে জুই॥
থু পেলায় চক্ষুৰ জলে নিমাব্যেক চায়।
অধিকে জলয় জুই কিছো নুনুমাই॥ ৩০৪
আঝোৰ-পিঝোৰ কৰি পেলায় কাপৰ।
উলঙ্গে লৰড়ি কতোজনী পৈশে ঘৰ॥
হেন দেখি মহাকোপে ৰাজা বক্রুবাহা।
যুদ্ধক প্ৰবন্ধে ক্ৰোধে কৰন্ত উছাহা॥ ৩০৫
চাৰি শৰে চাৰি ঘোড়া ভেদি অৰ্জ্জুনৰ।
সাৰথিকো দুনাই ভেদিল তিনি শৰ॥
পুনৰপি এক শৰ ধৰি সেহি তালে।
ভেদিলে তেখনে অৰ্জ্জুনৰ ছত্ৰানালে॥ ৩০৬
সাত শৰে অৰ্জ্জুনক ভেদিল দুনাই।
উপহাস অৰ্জ্জুনক মাতিল নিন্দাই॥
অবা ধনঞ্জয় মোৰ সদবুধি কৰা।
আপদ বেলাত গুৰু দ্ৰোণক সুমৰা॥ ৩০৭
গুৰু-সুমৰণে কিছু সদবুধি হোক।
পাসৰিবৰ অস্ত্ৰ-শস্ত্ৰ মনত পৰোক॥
ইন্দ্ৰক সুমৰা তোমাৰ হন্ত তাত।
উপকাৰ কৰন্তোক আপদ বেলাত॥ ৩০৮
যিবা অস্ত্ৰ-শস্ত্ৰ কিছো শিখিলা দেৱত।
সিসৱ তোমাৰ আসি পৰোক মনত॥

আৰু এক ৰঙ্গ কথা নপড়ে মনত।
আজি কেনি বাসুদেৱ নাহিকা লগত ॥ ৩০৯
যিঠাইত সিঠাইত সুমৰাহা হৰি।
সেহি ঠাইত ৰাখন্ত আথে-বেথ কৰি ॥
কৃষ্ণ নাসিবাৰ কথা কহিবো প্ৰস্তুত।
আকাৰ্য্যত সতী আই কান্দিলা বহুত ॥ ৩১০
সি কাৰণে অধৰ্ম্মী পাতকী বৰ ভৈলা।
প্ৰিয় সখি বাসুদেৱ তোমাক এড়িলা ॥
মহাসতী পতিব্ৰতা চিত্ৰঙ্গদা আই।
মোহোৰ আগতে বেশ্যা বুলিলা আতাই ॥ ৩১১
আচণ্ডি-আবণ্ডি কৰি মৰিলা আপুনি।
ভালৰেসে ভাল মন্দৰ মন্দ বাণী ॥
কুলক্ষণে পাইলেক সুখৰ মুণ্ড খাইলা।
কৃষ্ণ হেন দেৱক স্মৰিবে পাসৰিলা ॥ ৩১২
জীৱন্তাৰ মাৰন্তাৰ গতি নাৰায়ণ।
খনিক পঠাওঁ কৃষ্ণ কৰা সুমৰণ ॥
এবে যেবে পঠাওঁ মাৰিএৰো শৰ।
থাকিবে কুযশ যাবে চন্দ্ৰ দিবাকৰ ॥ ৩১৩
যুদ্ধ এৰি খনিতেক থাকো বাটচাই।
কৰিয়োক কাৰ্য্যসব যতেক যুৱাই ॥
সাধু সাধু বীৰ বৃহকেতু নাম যাৰ।
তাহাৰ সমৰে মন পূৰিল আমাৰ ॥ ৩১৪
তোমাৰ যুদ্ধক নগণোহো তৃণৱত।
ছাগে কি কৰিব পাৰে বাঘৰ আগত ॥
কোন ঠাই গৈলে বৃহকেতু হেন বীৰ।
যাৰ শৰে অদ্যাপিও বেথিত শৰীৰ ॥ ৩১৫

তাতেসে খনিক শঙ্কা আছিল মনত।
তুমি হেন শতেককো দেখো তৃণৱত॥
আৰো খনিতেক মানে থাকো বাট চাই।
দেখায়োক তোমাৰ যতেক মুনিষাই॥ ৩১৬
খনিতেক স্বস্থ আৰো লউক ৰণত।
মঞি হেৰা দোষ এড়াওঁ সজন লোকত॥
হেনয় বিস্তৰ নিন্দা শুনি ধনঞ্জয়।
কোপে অপমানে গাৰ সকলে কাম্পয়॥ ৩১৭
সুৱৰ্ণে ৰচিত ভল্ল জুড়িল ধনুত।
হাসি হাসি ভেদিলন্ত ৰাজাৰ তনুত॥
ৰথত আছন্ত বব্রুবাহা নৰেশ্বৰ।
অৰ্জ্জুনৰ শৰে পীড়া কৰিল বিস্তৰ॥ ৩১৮
তথাপিতো বিমুখ নভৈল বব্রুবাহা।
অধিকে যুদ্ধক লাগি কৰন্ত উছাহা॥
ধনু ধৰি মহাকোপে মণিপুৰেশ্বৰ।
গৰুড়-মুখীয়া শৰ মাৰিল বিস্তৰ॥ ৩১৯
দশোদিশে অৰ্জ্জুনক ঢাকিল সমুদায়।
দেখিয়া অৰ্জ্জুন ভৈল বাতুল পৰায়॥
যত যত শৰমানে অৰ্জ্জুনে মাৰন্ত।
সৱে খানি বব্রুবাহা বাটতে কাটন্ত॥ ৩২০
কতোসে মাৰয় কতো জুড়িব নপায়।
শৰে হানি বব্রুবাহা নিয়ে উফৰাই॥
কেনমতে কোন শৰ মাৰিব যুৱায়।
সিসৱ অৰ্জ্জুনে পাসৰিল সমুদায়॥ ৩২১
অৰ্জ্জুনৰ পতন
গঙ্গা গোসানীয়ে শাপ দিলন্ত পূৰ্ব্বত।
অৰ্জ্জুনেয়ো পৰন্তোক পুত্ৰৰ হাতত॥

সেহিবেলা শাপৰ সময় আসি ভৈল।
বক্রুবাহা ৰাজা বাচি অৰ্দ্ধচন্দ্র লৈল॥ ৩২২
জাজ্বল্য সমান শৰ দেখি বহ্নি-সম।
প্রজা সংহৰিতে আসিল যেন যম॥
ইন্দ্র প্রতিমুখ্যে দেৱগণ সমুদায়।
শৰ দেখি কম্পে সবে থিৰ নোহে কায়॥ ৩২৩
পিতৃলোকে কাম্পন্ত সকলে দেৱগণ।
সৰ্ব্বলোকে কাম্পে দেখি অৰ্জ্জুন মৰণ॥
শতেক পৰ্য্যন্ত জোণ্ড আকাশত উড়ে।
খৰ বাহা বহে খোলা-খাপড়ি 'পড়ে॥ ৩২৪
মেঘ সৰ বৰিষে ৰুধিৰ বড় ছাট।
ভয় সন্তে বসুমতী মেলিলন্ত ফাট॥
নদী নদ সাগৰ পৰ্ব্বত জল স্থল।
অৰ্জ্জুনৰ মৃত্যু দেখি কৰে টলবল॥ ৩২৫
গঙ্গাৰ শাপক কেহো বাধিব নুৱাৰি।
তবধে থাকিল সবে থোসমোস কৰি॥
অৰ্জ্জুনে দেখন্ত ৰাজা ধৰি আছে শৰ।
প্রলয়ৰ বহ্নিত অধিক ভয়ঙ্কৰ॥ ৩২৬
খুৰতো অধিক অগ্র অৰ্দ্ধচন্দ্র বাণ।
তাক দেখি অৰ্জ্জুনৰ অন্তৰীক্ষ প্রাণ॥
অনেক প্রকাৰে শৰ বাধন নগৈল।
অৰ্জ্জুনৰ মৃত্যুৰ সময় আসি ভৈল॥ ৩২৭
হেন দেখি ধনঞ্জয় গুণন্ত মনত।
নেদেখিলো মাধৱক আপদ কালত॥
শয়নে ভোজনে দুয়ো আছিলো প্রসঙ্গে।
শিশু ধৰি তুমি আমি বাঢ়িলো আসঙ্গে॥ ৩২৮

কোননো অধৰ্ম্ম-ফলে তাঙ্ক হৰুৱাইলো।
অন্ত নাহি যত ভোগ্য একেস্থানে খাইলো॥
শয়নে সপনে মনে হৰিক ধিয়াওঁ।
হেনতো নজানো কিক আপদক পাওঁ॥ ৩২৯
কতনো জন্মৰ মোৰ আছিল অভাগ।
মৰন্তেয়ো মাধৱক নপাইলোহোঁ লাগ॥
মাধৱ গোৱিন্দ হৰি বোলন্ত অৰ্জ্জুনে।
অৰ্দ্ধচন্দ্ৰ শৰ ৰাজা জুৰিলন্ত গুণে॥ ৩৩০
কৰ্ণমানে ধনু টানি মাৰিলন্ত ডাটি।
অৰ্জ্জুনৰ গলক তেখনে নিল কাটি॥
কমল নয়ন চাৰু দশন পঙ্কত্তি।
দেখিতে শোভন কৰ্ণ কুণ্ডলে যুগুতি॥ ৩৩১
কাল আকুঞ্চিত কেশ কুসুমে সহিত।
হেন মুণ্ড অৰ্জ্জুনৰ লোটয় মহীত॥
যেন মেৰু শৃঙ্গ খহি পৰিল তহিত।
আকাশৰ সূৰ্য্য যেন ভূমিত উদিত॥ ৩৩২
অনেক ৰতন মালা মুণ্ডতে আছয়।
হেন মুণ্ড অৰ্জ্জুনৰ ভূমিত লোটয়॥
কাৰ্ত্তিক মাসৰ শুক্লা তিথি একাদশী।
সূৰ্য্য অস্ত জান্ত উদিত হন্ত শশী॥ ৩৩৩
উত্তৰা ফাল্গুনী ঋক্ষ মঙ্গল বাসৰে।
অৰ্জ্জুনক কাটিলন্ত মণিপুৰেশ্বৰে॥
পাছেসে পৰিল গাণ্ডি গিৰিসিত কৰি।
গিৰ গিৰ কৰিল সমস্তে বসুন্ধৰী॥ ৩৩৪
বৃহকেতু অৰ্জ্জুন পৰিল একে স্থানে।
জল-থল টলবল কতোদূৰ মানে॥

মণিপুৰ নগৰত ৰণ-জয়ৰ উৎসৱ

ৰণ জিনি বভ্রুবাহা নৃপতি প্রচণ্ড।
থানে থানে অনেক বঝাইলা বাদ্য-ভণ্ড ॥ ৩৩৫
নাচ গীত কতূহলে কৰাইলা বহুত।
হেন দেখি নগৰীক চলি যাহা দূত ॥
বিলম্ব নকৰি চলি যায়ো দূতচয়।
নগৰীত কহ মোৰ ভৈল ৰণ-জয় ॥ ৩৩৬
মোহোৰ ৰাজ্যত আছে যত নৰ-নাৰী।
ৰঙ্গ-ঢঙ্গ লাস কৰোক এদিনাত কৰি ॥
যৈসানি ভূমিত পৰিল বৃহকেতু ধনঞ্জয়।
হেন দেখি প্রজা ভৈল কাৰুণ্য-হৃদয় ॥ ৩৩৭
হাহাকাৰ ঘোৰনাদ শুনি দশো দিশে।
দুয়ো গোটা সূৰ্য্য-যেন ভূমিত প্রকাশে ॥
বভ্রুবাহা ৰাজাৰ কটক আছে যত।
সৱে বোলে উপজিলো সমৰ মাঝত ॥ ৩৩৮
আমাৰ নৃপতি বিজয় ভৈল বুলি।
আথে বেথে নাচে প্রজা দণ্ড ছত্র তুলি ॥
নটে-ভাটে চাটু কৰে পটু যে আশেষ।
সাধু সাধু বভ্রুবাহা নৃপতি বিশেষ ॥ ৩৩৯
ৰাজা আসিবাৰ শুনি নগৰীৰ জনে।
পদূলি পদূলি বাট লিপিল চন্দনে ॥
কলে জলে ফলে ঘটে থৈল পাতি পাতি।
থানে থানে দিলন্ত সুগন্ধ তৈল বাতি ॥ ৩৪০
শাৰী শাৰী কল ৰুইল পদূলি পদূলি।
যুথে যুথে কন্যালোকে পাৰয় উৰুলি ॥
কেহো ঠাইত নাচে কেহো ঠাইত গীত গাৱে।
যুৱতী নৰ্ত্তকী সৱে নাচে ভঙ্গিভাৱে ॥ ৩৪১

কতো কতো কন্যা আগ বাঢ়িবাক যায়।
হাতে দূব চাউল ধৰি মঙ্গল বঢ়ায়॥
পকা চিৰ দণ্ড সবাৰে ঘৰে ঘৰে।
নানা জাতি ফুল থৈল দুৱাৰে দুৱাৰে॥ ৩৪২
অনেক সুন্দৰী আগ বাঢ়িবাক যায়।
ক্ষীণ মধ্য-দেহা ভাগি পৰিল পৰায়॥
কতোজনী ফুল ফল ধৰিবাক যায়।
কতোজনী দধি-ঘট কাখত বঢ়ায়॥ ৩৩৩
কতোজনী কস্তুৰী কুঙ্কুম হাতে হাতে।
কতোজনী ঘট তাতে দীপ লৈল মাথে॥
অনেক সুন্দৰী শত গজেৰ গামিনী।
স্বৰ্গ চাড়ি অপেস্বৰা আসিলন্ত যেনি॥ ৩৪৪
অভিনৱ ৰূপ জলে যৌৱনে সম্পন্ন।
দৰশনে কামে ভোল হৰে মুনিগণ॥

পুত্ৰৰ হাতত স্বামীৰ নিধন শুনি উলুপী আৰু চিত্ৰাঙ্গদাৰ শোক

অন্তেষপুৰত শুনি হেন গলাৱাৰ।
মুনিপুৰ-নাথে আজি ভৈল ৰণ-জয়॥ ৩৪৫
উলুপী চিত্ৰঙ্গদা শুনি নথাকিল ৰই।
আগ বাঢ়িবাক যান্ত কন্যাজন লই॥
অনেক সুন্দৰী যাই দুইহান লগত।
শুনিয়া সোলঙ্গ ফল সৱাৰে হাতত॥ ৩৪৬
আগ বাঢ়ি কন্যা যূথে যূথে যাই।
সঘনে উৰুলি দি মঙ্গল-গীত গাই॥
নগৰীৰ কন্যা জনে লাগ পাইল আসি।
চিত্ৰঙ্গদা চাই সবে তুলিলেক হাসি॥ ৩৪৭
সাফল পুত্ৰক তুমি উপাৰ্জ্জিলা আই।
ইহেন পুত্ৰ তোমাৰ গৰ্ভে লৈল ঠাই॥

কোন পুণ্য স্থানে হৰ-গৌৰী আৰাধিলা।
কোন তপ-ধৰ্ম্ম কৰি ইহো পুত্ৰ পাইলা॥ ৩৪৮
তোমাৰ প্ৰশংসা কৰে আই নিৰন্তৰে।
কৃষ্ণ অৱতাৰ যেন দৈবকীৰ ঘৰে॥
যুধিষ্ঠিৰ ৰাজাৰ কনিষ্ঠ ধনঞ্জয়।
কুন্তীৰ গৰ্ভৰ জাত পুত্ৰ পাণ্ডুৰ তনয়॥ ৩৪৯
সুৰাসুৰে নৰে যুদ্ধে নাটিলেক যাক।
তযু পুত্ৰ বব্রুবাহা কাটিলাক তাক॥
তাসম্বাৰ বচন শুনিয়া ৰাজমাৰ।
হা প্ৰভু বুলিয়া কান্দন্ত সেহি ঠাৱ॥ ৩৫০
মোক এৰি প্ৰাণনাথ কোন থানে গৈলা।
হৃদয়ত মুঠি হানি ভূমিত পৰিলা॥
হৰিষ কালত হেন বিষাদ মিলিল।
ধৰ ধৰ বুলি কন্যা জনেয়ো বেঢ়িল॥ ৩৫১
কেহো ৰস ঢালে কেহো মুখে ঢালে পানী।
আদা-লোণ চেপিয়া মুখত দিয়ে আনি॥
কতো জনী শীতল চন্দন ঘসে গাৱে।
ধীৰে ধীৰে কৰি বিচে বিচনীৰ বাৱে॥ ৩৫২
কেহো হাতে ধৰে কেহো পাৱে আছে ধৰি।
কান্দে কন্যা জনে সবে আৰ্ত্তনাদ কৰি॥
উলুপীয়ে কান্দন্ত হৃদয়ে মুঠি হানি।
হা প্ৰভু বোলন্তে মোৰ যাউক প্ৰাণ॥ ৩৫৩
মৰণ-কালত প্ৰভু আমাক এৰিলা।
এহিবুলি মূৰ্চ্ছা গৈয়া ভূমিত পৰিলা॥
উলুপী চিত্ৰাঙ্গদা যেবে থাকিলেক পৰি।
ৰাজাৰ পাশক দাসী গৈলেক লৰঢ়ি॥ ৩৫৪

দাসীমুখে উলুপী আৰু চিত্ৰাঙ্গদাৰ শোকৰ বাতৰি পাই বভ্ৰুবাহনৰ দ্বাৰা যুদ্ধৰ কাৰণ বৰ্ণনা আৰু আশ্বাস দান

কৰযোৰ কৰি আসি নমিলেক মাথ।
শুনিয়ো স্বৰূপ কথা মণিপুৰ-নাথ ॥
ৰণ জিনি তুমি সবে আসিবাৰ শুনি।
আগ বাঢ়িবাক আইল আশেষ তৰুণী ॥ ৩৫৫
দুয়ো মায় তোমাৰ আসিল একে সঙ্গে।
পুত্ৰ-ৰণ-জয় বুলি আইল ৰঙ্গ মনে ॥
হাসি মাতি পথত আসিল দুয়ো আই।
শৰীৰত আন কিছো ৰোগ পীড়া নাই ॥ ৩৫৬
অৰ্জ্জুনক মাৰি ৰণ জিনিবাৰ শুনি।
মূৰ্চ্ছা গৈয়া তথাত পড়িল দু'সতিনী ॥
দাসীৰ মুখৰ ৰাজা শুনি হেন বাণী।
ৰথ এড়ি তেখনে লৰড় দিল টানি ॥ ৩৫৭
কান্দিয়া নৃপতি জান্ত মলচন্ত লোই।
দেখন্ত ভূমিত পড়ি আছে মাৰ দুই ॥
কৰ্ণৰ ভূষণ পৰি পৃথিৱীত আছে।
চিণ্ডি আছে সাতেসৰী দেখিলন্ত পাছে ॥ ৩৫৮
আৰো সৱ অলঙ্কাৰ পৰিছে সেহি ঠাই।
তাক দেখি ৰাজা বৰ সন্তাপক পাই ॥
আথে-বেথে আঙ্কোৱালি ধৰিলন্ত গই।
চক্ষু মুখ মলচন্ত হাতে পানী লই ॥ ৩৫৯
জিয়া জিয়া আই বুলি মলচন্ত লোহো।
ৰণ জিনি আইলো মই একুতিৰ পোহো ॥
মধুৰ কোমল কৰি মাতিল ৰাজাই।
হৰিষ বেলাত বিষাদ নুযুৱায় ॥ ৩৬০
শুনা দুই মাৱ কেন হৰিষৰ হেতু।
যুধিষ্ঠিৰে কৰিলন্ত অশ্বমেধ ক্ৰতু ॥

সেহি ঘোৰা ৰাখে ধনঞ্জয় ধনুৰ্দ্ধৰে।
সামৰাজে পশিলন্ত আমাৰ নগৰে॥ ৩৬১
কামদেৱ আসিল সেনাৰ অধিপতি।
কৰ্ণ-সুত বৃহকেতু সূৰ্য্যৰ যে নাতি॥
ঘোৰাকো ধৰিলো অৰ্জ্জুনক যুদ্ধ দিলো।
সমুখ সমৰে আই সবাকে মাৰিলো॥ ৩৬২
বৃহকেতু বুলি তাক কৰ্ণৰ তনয়।
তাহাৰেসে যুদ্ধে মোৰ মিলিল সংশয়॥
বৃহকেতু—বীৰৰ দাৰুণ শৰ-ঘাৱে।
অদ্যাপিও বেদনা নখণ্ডে মোৰ গাৱে॥ ৩৬৩
দিন ৰাত্ৰি পাঞ্চ দিন কৰিলো সমৰ।
যেনি তেনি নিলো তাক যমৰ নগৰ॥
একেশ্বৰে সবাকো মাৰিলো ৰণ-মাঝে।
হেন জানি বিষাদ কৰাহা কোন কাৰ্য্যে॥ ৩৬৪
উঠা উঠা আই পিন্ধাহা অলঙ্কাৰ।
তোমাৰ বিষাদ দেখা সকলে ৰাজাৰ॥

বভ্রুবাহনৰ প্ৰতি চিত্ৰাঙ্গদাৰ তিৰস্কাৰ আৰু উলুপীৰ দ্বাৰা স্বামীৰ মৃত্যুৰ সত্যতা নিৰ্ণয়

চিত্ৰঙ্গদা বুলিলন্ত পাপিষ্ঠ কুলাঙ্গাৰ।
পাপিষ্ঠৰ বোল পিন্ধা অলঙ্কাৰ॥ ৩৬৫
যিবা অৰ্জ্জুনক মাৰিলি আমাৰ হন্ত স্বামী।
কি কৰিবো অলঙ্কাৰ বিধৱা যে আমি॥
এহিবুলি পুত্ৰক মাতিল চিত্ৰঙ্গদা।
সবে অলঙ্কাৰ কাঢ়ি পেলাইলন্ত তদা॥ ৩৬৬
অৰ্জ্জুনৰ পাশে লাগি কৰিলা গমন।
হেন শুনি উলুপীয়ে বুলিল বচন॥
পাসৰিলা বাই তেবে পূৰ্ব্বৰ কাহানি।
স্বামী এড়ি যান্তে বুলিলন্ত হেন বাণী॥ ৩৬৭

আমি সৱে সাধিলো স্বামীৰ পাৱে ধৰি।
শুভাশুভ তোমাৰ জানিবো কেন কৰি॥
পুনৰপি স্বামী হেন বুলিল উত্তৰ।
তেবেসে জানিলা মৃত্যু ভৈল অৰ্জ্জুনৰ॥ ৩৬৮
ডালিম্ব পাঞ্চ ফুল চিণ্ডি থৈবা একে স্থানে।
যেবে ফুল ভস্ম উঠি বিনা বহ্নি-দানে॥
আসা আসা বাই উৰাৰিক লাগি যাওঁ।
জীৱন মৰণ প্ৰভুৰ জিজ্ঞাসিয়া চাওঁ॥ ৩৬৯
উলুপীৰ বচনে দুইহন্তো গৈল বাৰী।
চাহিল মঙ্গল ফুল পাঞ্চ গুটি পাৰি॥
বিনা বহ্নি-দানে পাঞ্চো ফুল ভৈল ছাই।
ঘোৰ ৰাৱে কান্দন্ত দুইহাঙ্কো দুই চাই॥ ৩৭০

স্বামীৰ মৃত্যুত উলুপী আৰু চিত্ৰাঙ্গদাৰ বিলাপ আৰু বক্ৰবাহনক ভৎসনা

এবেসে জানিলো প্ৰভুৰ মৃত্যু ভৈল।
এহিবুলি সূতা আমড়ালি হাতে লৈল॥
মুণ্ড মেলি কান্দি-কাটি দুয়ো নাৰী যান্ত।
পাছত নৃপতি যান্ত উলটি নচান্ত॥ ৩৭১
আনো নাৰীগণ কান্দি-কাটি যাই পাছে।
অৰ্জ্জুনৰ শৰ যি থানত পৰি আছে॥
অৰ্জ্জুনৰ গাণ্ডি মুণ্ড দেখি দুই নাৰী।
হা প্ৰভু বুলি কান্দে লোটা লোটি পৰি॥ ৩৭২
কোন দোষ দেখি প্ৰভু নমাতা আমাক।
আমাকো লগতে নিয়া বুলি পাৰে ডাক॥
কতো বেলি কান্দি-কাটি ভৈল বৰ শ্ৰান্ত।
ধূলায়ে মলিন গাৰ গদগদ মাত॥ ৩৭৩
অৰ্জ্জুনৰ চৰণ ধৰিয়া দুই হাতে।
কান্দি চিত্ৰঙ্গদা তুলি ধৰিলন্ত মাথে॥

তোমাৰ চৰণে হেন বৰ মাগো আমি।
জন্মে জন্মে আমাৰ তুমিসে হইবা স্বামী ॥ ৩৭৪
ভাৰ্য্যা বুলিবাক লাগে পুত্ৰৰ কাৰণে।
দাসী হুয়া থাকিবোহো তোমাৰ চৰণে ॥
এৰিয়ো কপট প্ৰভু উঠিয়ো সত্বৰে।
কুৰু-বলে গৰু নিয়ে বিৰাটৰ ঘৰে ॥ ৩৭৫
চাপ-শৰ ধৰি গৰু পালটায়ো ঝাণ্টে।
তেবেসে তোমাক মান্য কৰিব বিৰাটে ॥
দ্ৰোণৰ নিদানে দ্ৰুপদক দিয়া ধাৰ।
তেবেসে বিপুল যশ হুইবেক তোমাৰ ॥ ৩৭৬
আনো বীৰবৰ্গক সবাকে সাক্ষী কৰা।
গৰুৰ নিদানে দ্ৰুপদক খেদি ধৰা ॥
দ্ৰৌপদীৰ নিদানে আইল লক্ষেক নৃপতি।
ৰাধাচক্ৰ ভেদিবাক নভৈল শকতি ॥ ৩৭৭
লক্ষ্য ভেদি দ্ৰৌপদীক আনিল এখনে।
লোকত বিৰোধ কিছো নকৰিল ৰণে ॥
খাণ্ডৱ দহিতে মনে আসিলন্ত বহ্নি।
আমাকেসে কোপে তাঙ্ক নমাতাহা কেনি ॥ ৩৭৮
হুয়োক সহায় চলা যায়োক সত্বৰ।
খাণ্ডৱৰ উপৰে শৰৰ সাজা ঘৰ ॥
বৰাহেক আসে মুখে পৃথিৱীক ভেদি।
কিৰাত স্বৰূপে হৰে তাকে জান্ত খেদি ॥ ৩৭৯
বৰাহৰ নিদানে যুদ্ধে তুষিয়োক হৰ।
তেবে পাশুপত অস্ত্ৰ দিবন্ত শঙ্কৰ ॥
এতো যেবে নুঠা প্ৰভু জানিলো মৰিলা।
পাপিষ্ঠক লাগি কিনো দায়ালুক ভৈলা ॥ ৩৮০

তোমাৰ সদৃশ বীৰ নাহি হেন শুনি।
পুত্ৰক ৰাখন্তে প্ৰভু মৰিলা আপুনি॥
এহিবুলি চিত্ৰঙ্গদা নাথাকিলা সই।
অৰ্জ্জুনৰ মুণ্ডগোট হাতে তুলি লই॥ ৩৮১
হিয়াত সাবটি মুণ্ড কান্দে মুখ চুম্বি।
এহি মুখগোটে মোক বুলি আছা তুমি॥
কৰ্ণৰ পুত্ৰৰ মুণ্ড সেহি ঠানে আছে।
তাকো চিত্ৰঙ্গদা তুলি ধৰিলেক পাছে॥ ৩৮২
পিতৃবধী ভৈলো বাপু নভৈল গিয়ান।
কিসক আসিলি তই হৰাইল পৰাণ॥
তোক দেখি মোৰ শোকানলে দহে গাৱ।
কেহ্নি প্ৰাণ ধৰিবে তোমাৰ যিবা মাৱ॥ ৩৮৩
কতনো অধৰ্ম্ম হুইব কৰিলো পূৰ্ব্বত।
সিংহ হুয়া নষ্ট ভৈলা মৃগৰ হাতত॥
পুত্ৰক সম্বুধি পাছে বুলিল উতৰ।
শুন বাপ বভ্ৰুবাহা মোৰ বোল কৰ॥ ৩৮৪
উলুপীৰে মোহোৰে দুইৰো মাথা কাট।
তেৱে তোক নোঝোঙ্কাব বুলিব অনাট॥
হেন শুনি আছো ৰামে বাপৰ বচনে।
ৰেণুকাৰ মাথা কাটিলন্ত কোপ মনে॥ ৩৮৫
তুমি পুনু বাপৰ মাৱৰ মাথা কাটা।
ৰামত অধিক হুই পৃথিবী পৰ্য্যটা॥'
যেৱে লাজে নাকাটহ শুন মোৰ বোল।
দাৰু একঠাই কৰি অগ্নিকুণ্ড জাল॥ ৩৮৬
স্বামীৰ শৱ মোৰ ওপৰত তোল।
স্বামী সঙ্গে মৰো মই স্বামীৰ যে কোল॥

বৃহকেতুৰ মৰণে অধম ভৈল গুৰু।
মাগন্তা জনৰ যেহেন কল্পতৰু ॥ ৩৮৭
ভাত মাগি আশা ভঙ্গ ভৈলেক যেহেন।
এবে কাত মাগিবয়োঁ বুলিয়ো যেহেন ॥
মোহোৰ তেনয় ভৈল স্বামীৰ মৰণে।
স্বামী নাহিকে মোৰ কি কৰে জীৱনে ॥ ৩৮৮
আৰো মোৰ আশা হেন আছিল পূৰ্ব্বত।
হস্তিনাপুৰক যাইবো যজ্ঞ সময়ত ॥
স্বামী সঙ্গে ৰঙ্গে ফুৰিবো একে ঠাই।
চিৰকালে প্ৰৱন্ধে দেখিবো শাশু আই ॥ ৩৮৯
কৃষ্ণক দেখিবো স্বামীৰ হন্ত সখি।
জন্ম সাফলিবো ধৰ্ম্ম নৃপতিক দেখি ॥
সতী নাৰী দ্ৰৌপদীক দেখিবো তহিত।
সত্যভামা দেখিবোহো ৰুক্মিণী সহিত ॥ ৩৯০
উষা উত্তৰাক গৈয়া তহিত দেখিবো।
অনুপাম অলঙ্কাৰ গাৱে গাৱে দিবো ॥
তেসম্বে সহিতে ফুৰি চাহিবোহো ৰঙ্গ।
তোহোৰ কাৰণে আজি আশা ভৈল ভঙ্গ ॥ ৩৯১
শুনি আছো কাঙ্কৰী তোলৈ দুষ্ট ছাৱ।
তাৰো বাপ জীৱয় কেৱলে মৰে মাৱ ॥
মাৱে বাপেৰক সবাকে মাৰি খালি।
কাঙ্কৰীত অধিক যশ কীৰ্ত্তি বৰ পাইলি ॥ ৩৯২
ভূমিত বসিয়া ৰাজা কান্দি-কাটি আছে।
মাৱক সম্বুধি হেন বুলিলন্ত পাছে ॥
যতেক বুলিলা মিছা নোহে একো বোল।
পিতৃ-বধী বুলি পাছে নচাপিব কোল ॥ ৩৯৩

পিতৃ-হত্যাস্মৰঁৰি বক্রুবাহনৰ সন্তাপ আৰু বিলাপ

মোহোৰ ৰাজ্যত ঘোড়া পশিল তাহান।
নজানি বুলিলো মই ঘোড়া ধৰি আন॥
ঘোড়া আনি পত্র দেখি বাপ হেন জানি।
সুবুধিত সুধিলো যত সংশয়-কাহানী॥ ৩৯৪
সুবুধিও ভাল-মন্দ বুলিল শুনিয়া।
মান্য কৰি বাপৰ ঘোড়াক দিলো নিয়া॥
হেন জানি ধনে-ধানে ঘোড়া দিবে নিলো।
আশেষ প্রণতি কৰি বাপক বুলিলো॥ ৩৯৫
বাপ বুলি চৰণত ধৰি আছো হাতে।
গালি পাৰি মোক লাথি মাৰিলন্ত মাথে॥
বাপ হেন বোল মোৰ নলয়ন্ত লাজে।
আশেষ নিন্দিল মোক নৃপতি-সমাজে॥ ৩৯৬
তোমাক যতেক নিন্দা কৰিল তহিত।
মোৰ মুখে ভাল নোহে তোমাত কহিত॥
নিন্দা-বিকৰ্থনা যেৰে সহিতে নপাৰো।
তেবে বোলো যুদ্ধ কৰি সৱাহাঙ্কে মাৰো॥ ৩৯৭
হেন মতে পিতৃক মাৰিলো ৰণ মাঝে।
সজনে দুৰ্জ্জনে নিন্দা কৰিব সমাজে॥
এবেসে মনত মোৰ দাৰুণ সন্তাপ।
কি কৰিবো বাপক মাৰণে ঘোৰ পাপ॥ ৩৯৮
হেন লন্ত দেখো তীর্থ আছে পৃথিৱীত।
পিতৃ হত্যা পাপিষ্ঠক কৰিব পৱিত্র॥
হেন নাহি তপ ধৰ্ম্ম যজ্ঞ দান ব্রত।
তাক কৰি এৰাবোহো অঘোৰ পাতক॥ ৩৯৯
বিশেষত পৰম বৈষ্ণৱ মোৰ বাপ।
তাহাঙ্ক মাৰিলো মোৰ ঘোৰতৰ পাপ॥

সামান্য জনক মাৰি এৰণ নযায়।
এহি দোষে নিগ্ৰহ কৰিব যমৰায় ॥ ৪০০
যত যত পাপমানে কৰয় মহন্ত।
মাধৱক স্মৰন্তে সকলে হৱে হত ॥
বৈষ্ণৱ প্ৰাণীক যিবা জনে মাৰে ৰণে।
হৰিক দেখিলে এড়াই আছোক স্মৰণে ॥ ৪০১
অৰ্জ্জুনৰ মৃত্যু শুনি জগতৰ বাপে।
মোক ধাৰ কৰিবন্ত সখিৰ সন্তাপে ॥
আছোক যুঝিবো মুখ চাহিবে নুৱাৰো।
তেহে নতু আসন্তে অগ্নি খাই মৰো ॥ ৪০২
উলুপীক চাই ৰাজা কান্দে হুম হুমি।
উপাৰ্জ্জিলা কিক লাগি নমাৰিলা তুমি ॥
সতিনীৰ পো বুলি নকৰিলা নষ্ট।
তেবে কি সৱাৰে এতমান মন-কষ্ট ॥ ৪০৩
অনেক নৃপতিৰ সুন্দৰী বৰ নাৰী।
তাসম্বাক বিধৱা কৰিলো স্বামী মাৰি ॥
আজি পুনু বিধৱা কৰিলো দুই আই।
পৰক নপাই ডাঙ্কিনী আপুন পো খাই ॥ ৪০৪
এহি বুলি সেৱকক আদেশিলা ৰাজা।
দাৰু এক ঠাই কৰি বহ্নি-কুণ্ড সাজা ॥
নসহে শৰীৰ পিতৃ-বধ হৃদি-শাপে।
জালিয়োক সত্বৰে বহ্নিক পড়ো ঝাম্পে ॥ ৪০৫
মৰিবাক লাগি সাজ ভৈল নৃপবৰ।
দেখি চিত্ৰঙ্গদা বোলে নমৰ নমৰ ॥
একো পক্ষে প্ৰভু যেবে জীয়ান নযাই।
তেবেসে অগনি খাই মৰিবে যুৱাই ॥ ৪০৬

অৰ্জ্জুনৰ পুনৰ্জ্জীৱন সম্বন্ধে উলুপীৰ উপায়-দান

উলুপীয়ে বোলে শুনা চিত্ৰঙ্গদা বাই।
প্ৰভুক জীয়াইবে মোত কিছু বুধি পাই॥
পাতালত আছে মৃত্যুসঞ্জয়নী মণি।
বৰ বৰ সৰ্প গণে ৰাখই আপুনি॥ ৪০৭
কৰ্কোটক কুলিক বাসুকি মহাবিষ।
তক্ষক শঙ্খক দীৰ্ঘবাহু আসৰিশ॥
আনো বড়া বড়া সৰ্পমানে মণি ৰাখে।
কাহাৰ শকতি আছে যাইব মণিপাশে॥ ৪০৮
কাহাৰো শতেক যেণা কাহাৰো দুই শত।
কাহাৰো তিনি চাৰি শত কাহাৰো পাঞ্চ শত॥
কাৰো ছয় শত কাৰো সাততক্ষে লক্ষ।
কাৰো আট নৱ শত কাৰো এক লক্ষ॥ ৪০৯
সসাগৰা পৃথিবী সকলে চৰাচৰ।
অপ্ৰয়াসে ধৰি আছে ফেণাৰ উপৰ॥
হেন সৰ্পৰাজে মণি ৰাখন্তে আপুনি।
শেষক বিৰোধে কোনে আনিবেক মণি॥ ৪১০
যাহাৰ ফেণাত হৰি শয়ন কৰন্ত।
হেন সৰ্পৰাজে মণি আপুনি ৰাখন্ত॥
দেখাইলো উপায় মণি আনিবাক টান।
হাহা প্ৰাণনাথ এবে হৰাইলা পৰাণ॥ ৪১১
উলুপী বোলন্ত বাপু শুনিয়ো নৃপতি।
এক বোল বোলো মই যেহেন যুগুতি॥
যাৱদেক কুন্তী শাশু নেদেখন্ত শোক।
বেথা এৰি স্বামী সঙ্গে ঝাণ্টে পুৰিয়োক॥ ৪১২
চিত্ৰঙ্গদাক মোকো পুৰিয়ো সহাতে।
শাশুৰ মুখক চাহিবো কোনমতে॥

পুত্ৰ ভাৰ্য্যা ভৈলে কেহো ভুঞ্জে ৰাজভোগ।
আমি পুনু ভৈলো কাল-মৰণক যোগ॥ ৪১৩
গৰুড়ৰ সৰ্পৰ বিৰোধ সৰ্ব্বকালে।
গৰুড়ক ভয়ে সৰ্প পলায় পাতালে॥
অনেক প্ৰকাৰে সাগৰত বৰ মাগি।
মণিগোট পাইলো মৰা জীয়াইবাক লাগি॥ ৪১৪
সেহি মণিগোটক প্ৰবন্ধে ৰাখে সৰ্পে।
কোন প্ৰাণী গৈয়া আনিবেক বলে-দৰ্পে॥
বুধি এক পাইলো মই সপনৰ ইছা।
মৰণেসে সাৰ জীৱনৰ আশা মিছা॥ ৪১৫
বব্রুবাহা বোলে মাৱ এৰিয়ো সন্তাপ।
যেৱে মণি পাইলেসে জীৱয় মোৰ বাপ॥
জিনিবো পাতালপুৰ আনিবোহো মণি।
বাপৰ শৰক দুয়ো ৰাখিয়ো আপুনি॥ ৪১৬
তুমিসে সৰ্পক দেখি বোলা বলে ছাৰ।
মোহোৰ আগত মুখ জানিবা সুসাৰ॥
বৃহকেতুত কৰি একো কালে নোহে ধিক।
তাকো হেলে জিনিলো সাপৰ কথা কিক॥ ৪১৭
যিটো বাপে হৰক তুষিলা ঘোৰ ৰণে।
যাক ৰণে হাৰিল সকলে দেৱগণে॥
হেনয় বাপক আজি মাৰিলো সমৰে।
মাতামহ শেষক গণনা কোনে কৰে॥ ৪১৮
ৰণ কৰিবো যতেক বৰ সাপ।
মণি আনি পাছেসে জীয়াইবো মোৰ বাপ॥
বৃহকেতু বীৰক জীয়াইবো তাত পৰে।
সবাকো জীয়াইবো যত সমৰত মৰে॥ ৪১৯

পাতালৰপৰা সঞ্জীৱনী মণি আনিবলৈ বব্রু-বাহনৰ দাম্ভিক-প্ৰতিজ্ঞা

আনো বীৰগণ তুমি ৰাখি থাকা শৰ।
দেখিবা সাপক কেন কৰো পৰাভৱ॥
মোৰ বীৰত্বক আজি দেখা সৰ্ব্বজনে।
তেবেসে প্ৰশংসা আই কৰিবা আপুনে॥ ৪২০
বিষাদতো উলুপীয়ে তুলিলন্ত হাস।
বাতুল-চৰিত্ৰ হুয়া কতেক চেঞ্চাস॥
একো একো সৰ্প আছে বিপুল-শকতি।
তাহাকো জিনিবে চাস কিনো দুষ্টমতি॥ ৪২১
পৰম মহন্ত শেষ ৰাজসৰ্প।
নেদেখি নুশুনি কেনি বৰ কৰি দৰ্প॥
ভাল মন্দ নুবুঝস পূৰ্ব্বাপৰ কাজ।
এহিমতে বাপেৰক মাৰিলি নিলাজ॥ ৪২২
বভ্ৰুবাহা বোলে মাৱ সুস্থ কৰা মন।
মিছা হেন নেদেখিবা আমাৰ বচন॥
যদি হৰে সৰ্পক ৰাখন্ত আপুনি।
তথাপি সৰ্পক মাৰি আনিবোহো মণি॥ ৪২৩
ইন্দ্ৰ যম বৰুণ কুবেৰ বৈশ্বানৰ।
সৰ্পক ৰাখিয়া আজি কৰন্ত সমৰ॥
তাসম্বাৰ যুদ্ধক মোহোৰ নাহি ভয়।
সৰ্পক জিনিয়া মণি আনিবো নিচয়॥ ৪২৪
উলুপীয়ে বোলে বাপু এৰ মৰসাস।
নখে যিবা কাৰ্য্য সিঝে কুঠাৰ লগাস॥
উপায়ে কাৰ্য্য সিঝন্তে নকৰ কাউ ক্লেশ।
শুনা মণি আনিবাৰ কহো উপদেশ॥ ৪২৫
জৈসানে বাপে অৰ্জ্জুনক দিল দান।
সখা কৰি পুণ্ডৰীকক মাতিল তৈসান॥

পাতালৰপৰা মণি আনিবলৈ উলুপীৰ দ্বাৰা পুণ্ডৰীকৰ পাতাল-প্ৰেৰণ

সেহি পুণ্ডৰীক বুধিৱন্ত অদভুত।
তেহেসে সিঝাব কাৰ্য্য পঠায়োক দূত ॥ ৪২৬
হেন বুলি পুণ্ডৰীকক মাতিলন্ত নাৰী।
তুমিসে মোহোৰ ইষ্ট পৰ-উপকাৰী ॥
ইষ্ট দেখি সখা কৰি পিতৃ দিল মোক।
দূত হুয়া পিতৃ-পাশে আপুনি যায়োক ॥ ৪২৭
সময় বুজি কহিবাহা হৰিষৰ বেলা।
তেবেসে সিঝিব কাৰ্য্য নকৰিবা হেলা ॥
যেন মতে বক্রুবাহা মাৰিল স্বামীক।
সকলে জানাহা আমি কহিবোহোঁ কিক ॥ ৪২৮
যেনমতে তোমাৰ হাতত দেন্ত মণি।
হেন কাৰ্য্য পুণ্ডৰীক কৰিয়ো আপুনি ॥
কৰ্ণৰ হাতৰ গলৰ সাতেসৰী।
বাপৰ আগত নিয়া কৰি যুক্তি কৰি ॥ ৪২৯
যেবে তেহো মণি দেন্ত তেবে পাওঁ স্বামী।
নোহে তেবে অলঙ্কাৰ কি কৰিবো আমি ॥
কল্যাণে পথত যাউ পুণ্ডৰীক বাপ।
অৰ্জ্জুনেসে জীলে খণ্ডে সৱাৰে সন্তাপ ॥ ৪৩০
পুণ্ডৰীকে বোলে আই তোমাতে জনাওঁ।
মণি আনিবাক লাগি পাতালক যাওঁ ॥
ৰাজ ভোলে যেবে কাৰ্য্য সকালে নপাই।
অৰ্জ্জুনৰ শৰ জনো খসি খসি যাই ॥ ৪৩১
অৰ্জ্জুনৰ শৰীৰত যায়ো খোণ্ট হানি।
মোৰ বিষ পাইলে শৰ নাহিকে গলনি ॥
হেন মই লড়িলো তোমাৰ প্ৰিয় সখা।
তুমি সৱ প্ৰবন্ধে ইঠাতে শৰ ৰাখা ॥ ৪৩২

বক্রুবাহা বোলে সর্প শুনা মোৰ বাণী।
বৃহকেতু বীৰক যায়োক খোণ্ট হানি ॥
এহিসে লগালে মোক সমৰত ভয়।
মোৰ মান তুল্য বৃহকেতু ধনঞ্জয় ॥ ৪৩৩
ৰাজাৰ বচনে সর্প দুইৰো শৰ দংশি।
পাতালপুৰক লাগি লৰিলা হৰিষি ॥

পুণ্ডৰীকৰ পাতাল-প্ৰৱেশ আৰু পাতালৰ ভয়াবহ-ৰূপ

দেখিল পাতালে শুদ্ধ কাঞ্চনে ৰচিত।
অযুত যোজন তাক দেখি ভয়-ভীত ॥ ৪৩৪
সাতো পাতালক দেখিলন্ত ভাৱে ভাৱ।
থানে থানে নাগ-কন্যা নাচে বহু ভাৱ ॥
নানা বিধ পুষ্প ফল দেখি অসংখ্যাত।
যেহি মনোনীত সেহি বস্তু পাই তাত ॥ ৪৩৫
ভোগৱতী জলে সর্প স্নান-দান কৰি।
দেখন্ত অমৃত নৱ কুম্ভ আছে ভৰি ॥
শেষ ৰাজ মন্দিৰত প্ৰৱেশিল পাছে।
দেখন্ত সহস্ৰ ফেণা দীপ্তি কৰি আছে ॥ ৪৩৬
সিংহাসনে শেষৰাজ বসি আছে সুখে।
বাসুদেৱ হেন বাণী নছাৰন্ত মুখে ॥
তক্ষক সংকক কৰ্কোটক আদি কৰি।
বৰা বৰা সৰ্পগণে আছে সেৱা কৰি ॥ ৪৩৭

পুণ্ডৰীকৰ আত্ম-পৰিচয়, পাতাল-আগমনৰ উদ্দেশ্য-জ্ঞাপন আৰু মণি-যাচ্ঞা

সেহি বেলা আগবাঢ়ি কৰিলা প্ৰণাম।
তোমাৰে সেৱক পুণ্ডৰীক মোৰ নাম ॥
দূত কৰি পঠাইলন্ত দুহিতা তোমাৰ।
চিনিয়োক হোৱে নোহে পূৰ্ব্ব অলঙ্কাৰ ॥ ৪৩৮
দিয়োক অভয় কথা কহো সমুদায়।
পাণ্ডুসুত তোমাৰ জমাই ধনঞ্জয় ॥

সমৰত মাৰিলেক উলুপীৰ স্বামী।
সেহি-কাৰ্য্যে তোমাৰ পাশক আইলো আমি ॥ ৪৩৯
শেষ বদতি কহ পুণ্ডৰীক আৰে।
মোৰ জমাই অৰ্জ্জুনক মাৰিল সমৰে ॥
হৰ সে শকত তাঙ্ক সমৰ-ভূমিত।
আনে কোনে মাৰিলেক সমৰে তহিত ॥ ৪৪০
তেহেন্তে সে বাহু যুদ্ধে তুষিলন্ত হৰ।
দায়া সন্তে শঙ্কৰে দিলন্ত ইষ্ট বৰ ॥
অজয়া পুৰুষ তুমি হোৱা ঘোৰ ৰণে।
সিও বোল মিছা ভৈল জমাইৰ মৰণে ॥ ৪৪১
হেন জানো হৰি অৰ্জ্জুনৰ একে প্ৰাণ।
কোন বিধি কপটে মিলিল হেনঠান ॥
আজি হুইবে বাসুদেৱ নাহিকা লগত।
সি কাৰণে ধনঞ্জয় পৰিলা ৰণত ॥ ৪৪২
তাহাঙ্কো সদৃশ জানো নাহি একো ৰাজে।
কোনেনো মাৰিলে তাঙ্ক হৰি হৰ বাঝে ॥
কোন কাৰ্য্যে তোমাক পঠাইলা মোৰ ঝী।
গুচক সংশয় কাৰ্য্য বুলিলেক কি ॥ ৪৪৩
পুণ্ডৰীকে বোলে ৰাজা শুনিয়ো সকলে।
কুৰু পাণ্ডৱৰ যুদ্ধ ভৈল মহী-তলে ॥
ভীষ্ম দ্ৰোণ কৰ্ণ দুৰ্য্যোধন আদি কৰি।
সৱাকে পাণ্ডৱে মাৰিল ৰণ কৰি ॥ ৪৪৪
গোত্ৰ-হত্যা-পাতকক পাণ্ডৱৰ ভয়।
অশ্বমেধ যজ্ঞ হেতু মেলিলন্ত হয় ॥
সেহি ঘোড়া ৰাখন্ত অৰ্জ্জুন ধনুৰ্দ্ধৰে।
ঘোড়া পাই ধৰিলন্ত মণিপুৰেশ্বৰে ॥ ৪৪৫

যি কালত অৰ্জ্জুনে নীলক গৈল ধাৰে।
জালা নামে পটেশ্বৰী আছয় তাহাৰে॥
নীলধ্বজ বোলে আই লৈয়োক শৰণ।
জালা বোলে সামৰাজে বাঢ়ি দিয়া ৰণ॥ ৪৪৬
জালাৰ বচনে ৰাজা অনাইলা কটক।
সাজি-সাৰি পঠাইলাক অনেক পুত্ৰক॥
সব্বাকে মাৰিল ধনঞ্জয় ঘোৰ ৰণে।
পাছে নীলধ্বজ আসি পশিল শৰণে॥ ৪৪৭
ৰোষ কৰি গৈল জালা ভায়েকৰ ঠাই।
উলুকে বোলয় কোন কাৰ্য্যে আইলি বাই॥
পুত্ৰক মাৰিল স্বামীক নিল ধৰি।
সেহি অৰ্জ্জুনক মাৰ ঘোৰ ৰণ কৰি॥ ৪৪৮
উলুকে বোলয় বাই সহ এতিক্ষণ।
বিনো চলে অৰ্জ্জুনক কোনে দিব ৰণ॥
এহি শুনি জালা নাথাকিল সেহি ঠাই।
ৰোষ কৰি লৰিলেক পাছক নচাই॥ ৪৪৯
গঙ্গাৰ তীৰত জালা ভৈল উপসন।
নাৱত উঠিলা গৈয়া পাৰ হুইব মন॥
নাৱৰ পানী লাগি তিতিল গৈয়া ভৰি।
ডেৰ দিয়া উঠিলেক আথ-বেথ কৰি॥ ৪৫০
বাম পাৱে ছুইলেক গঙ্গাৰ কিছো পানী।
কতেক অধৰ্ম্ম ভৈল নিলয় নজানি॥
সমীপৰ লোকে বোলে কিনো অগিয়ান।
দেখিলে পাতক হবে তাকো এতমান॥ ৪৫১
এহি শুনি গঙ্গাক বুঝাইল তেতিক্ষণে।
কন্যা স্বৰূপে সোধে বত্ৰিশ লক্ষণে॥

কোন কাৰ্য্যে আমাক নিন্দিলা বৰবালা।
এৱে কাৰ্য্য সিজিবেক হাসি বোলে জালা ॥ ৪৫২
শান্তনুৰ হন্তে তোমাৰ ভৈল সুৰেশ্বৰী।
সাত পুত্ৰ হুই আগে গৈল মৰি মৰি ॥
ভীষ্ম হেন পুত্ৰ তুমি পাইলা সাধি পাৰি।
নাতি হুয়া অৰ্জ্জুনে পেলাইলা তাঙ্ক মাৰি ॥ ৪৫৩
পিতৃ পিতামহৰ বিস্তৰ নাহি ভেদ।
হেলাতো অৰ্জ্জুনে কৰিলন্ত কন্ধ-ছেদ ॥
অপুত্ৰক ভৈলা তুমি জগত-সুন্দৰী।
সি কাৰণে তোমাক বুলিলো হেন কৰি ॥ ৪৫৪
হেন শুনি গঙ্গাৰ মনত ভৈল তাপ।
ক্ৰোধ কৰি অৰ্জ্জুনক বড়ে দিল শাপ ॥
ছয় মাস অনন্তৰে মোহৰ শাপত।
অৰ্জ্জুনৰ মৃত্যু হোক পুত্ৰৰ হাতত ॥ ৪৫৫
অৰ্জ্জুনৰ মৃত্যু হেতু মই হুইবো বাণ।
এহি বুলি বহ্নি জ্বালি জালা এৱে প্ৰাণ ॥
বব্রুবাহন ৰাজাৰ গৈয়া পশিল টোলত।
সেহি বাণে অৰ্জ্জুন মৰিল সমৰত ॥ ৪৫৬
ঘোড়াৰ নিদানে বাপুতৰ ভৈল দন্দ।
গঙ্গাৰ শাপত পুত্ৰে কাটিলেক কন্ধ ॥
তেহে আবে অৰ্জ্জুনক জীয়াইবাক লাগি।
মৃত্যুসঞ্জয়নী মণি পঠাইলন্ত মাগি ॥ ৪৫৭
অৰ্জ্জুনক জীয়াইলেসে কৃষ্ণে হুইবে ৰঙ্গ।
উলুপীৰো বিধৱা-লক্ষণ হোৱে ভঙ্গ ॥
বব্রুবাহা ৰাজাৰ সিজোক মনোনীত।
সৱাকে জীয়াইলে যশ হুইবে পৃথিৱীত ॥ ৪৫৮

বিশেষত জমাই আৰো প্ৰাণে দানে সম।
বিস্তৰ লোকৰ আৰো সিজিবেক কৰ্ম্ম॥
সজন জন ধন্য পৰ-উপকাৰক।
হেন জানি পঠাইলন্ত তোমাৰ পাশক॥ ৪৫৯

মণি লৈ পাতালত মতদ্বৈধ আৰু পুণ্ডৰীকৰ অভিযান ব্যৰ্থ

হেন শুনি শেষৰাজে মাতিলন্ত গুণি।
মৰ্ম্ম কৰি আছিল জমাইৰ মৃত্যু শুনি॥
দিবো সঞ্জয়নী মণি শুনা পুণ্ডৰীক।
জঁৱাইৰ জীৱনে মোৰ জীৱন অধিক॥ ৪৬০
শুনা শুনা সৰ্ব্বলোক বচন আমাৰ।
কি কৰিবো মণি কি কৰিবো ৰাজ্য-ভাৰ॥
আমাৰ অমৃত আজি পুনু কৰে কি।
জমাই নিজিলে বিধৱা হৱে ঝী॥ ৪৬১
জগত হিতাৰ্থে স্ৰজিলাহা ইটো মণি।
বিষ্ণুৰ জনক যেবে নেদয়োঁ আপুনি॥
শুনি বাসুদেৱে মোক বুলিবন্ত কি।
তুমিসৱে কিনো বোলা মণি পঠায়োঁ দি॥ ৪৬২
অনন্তৰ বাণী শুনিয়া সৰ্পগণে।
কুকুডি নিশ্বাস কাঢ়িলাক দুঃখ মনে॥
তাসম্বাৰ মধ্যে এক ধৃতৰাষ্ট্ৰ নাগ।
উঠি মাতিলন্ত অনন্তৰ হুয়া আগ॥ ৪৬৩
শুনা সৰ্পৰাজ প্ৰভু আমাৰ বচন।
দাতা প্ৰাণী ভৈলে নেদিবাক নাই মন॥
মনুষ্যক লাগি তুমি নেদিবাহা মণি।
বিশেষত পিতৃ-বধী অধাৰ্ম্মিক শুনি॥ ৪৬৪
তোমাক আমাৰা হিত পক্ষ বোলো বুধি।
অধৰ্ম্মী জনৰ কিছো নফাপে আসুধি॥

ই কি মণি-লুভীয়া মনুষ্যগণে পাই।
পাতালপুৰক লাগি পঠাইব দুনাই ॥ ৪৬৫
মাতঙ্গ ঋষিৰ শাপৰ পক্ষীবৰ।
একোকালে নুপুশন্ত পাতাল ভিতৰ॥
সিকাৰণে মণি ৰাখি আছোহোঁ পাতালে।
গৰুড়েও পায়া নিবাক সেহি তালে ॥ ৪৬৬
মণি পাইলে মনুষ্যৰ নাহি মৃত্যু-ভয়।
অমৃতক হৰি নিব জানিলো নিচয় ॥
ইটো মণি পাইলে আমাক কোনে গণে।
ত্ৰীসৱে মাৰিবেক আমাক চৰণে ॥ ৪৬৭
আনো সৱ নিষেধ কৰিলে ধৃতৰাষ্ট্ৰে।
শুনি শেষৰাজে মাতিলন্ত মনকষ্টে॥
মূৰ্খে সহিতে বাসা নাহি সুখ-পদ।
দিনে দিনে ধন-হানি বাঢ়িব আপদ ॥ ৪৬৮
গুণি চাহা মোৰ কেন হুইব যশ-ৰাশি।
পৃথিৱীত হন্তে মোত মণি মাগে আসি ॥
হেন জানা সৱে লোকে হেন অভিপ্ৰায়।
কিন্তু মোৰ কথা নথাকিব সমুদায়॥ ৪৬৯
হেন কি কাহাৰ মত্য লৱে সৰ্পলোক।
কৃষ্ণৰ আগত কুন্তী নাৰী পাই শোক ॥
হনবৰ্য্যে হোৱে এক বজ্ৰ তৃণ প্ৰায়।
হেন হৰি আগে জমাই মৰিবে যুৱাই ॥ ৪৭০
সি কাৰণে বোলো মণি দিবাক উচিত।
পৰ-উপকাৰ যত সজনৰ বিত ॥
দধীঞ্চি ঋষিৰ হেন কথা আছো শুনি।
প্ৰাণ এড়ি অস্থিচয় দিলন্ত আপুনি ॥ ৪৭১

পুনৰপি ধৃতৰাষ্ট্ৰে দিলন্ত সিদ্ধান্ত।
মণি পাই বিষ্ণু যেৱে তাহাঙ্ক জীয়ান্ত ॥
সৱাকে এৰিলা তুমি একক চাহান্তে।
একবাৰে মৃত্যু হুইব গৰুড়ৰ হাতে ॥ ৪৭২
অনন্তে বোলন্ত চলি যায়ো পুণ্ডৰীক।
হৰিপদ এৰি মোত মণি মাগে কিক ॥
মণি মই দিওঁ তাক বাধে জ্ঞাতি-লোক।
নাতিত জনাইবা পাছে যেন যুৱাই হোক ॥ ৪৭৩
ৰাজাৰ বচনে পুণ্ডৰীক গৈল লড়ি।
যি থানত অৰ্জ্জুনৰ শৱ আছে পৰি ॥
বভ্ৰুবাহা ৰাজা আছে কটকে সহিতে।
দুয়ো নাৰী শৱ পাশে আছন্ত তহিতে ॥ ৪৭৪
আশা বন্ধ কৰি যেৱে আছন্ত মণিক।
সুনা হাতে আসি যেৱে ভৈল পুণ্ডৰীক ॥
হা প্ৰাণনাথ বুলি কান্দে দুয়ো নাৰী।
এৱে সে হৰাইল প্ৰাণ জীয়াইবে নুৱাৰি ॥ ৪৭৫
পুণ্ডৰীকে বোলে মাৱ শুনা মোৰ বাক।
শেষৰাজ মণি দিব চাহিল আমাক ॥
সৱে জ্ঞাতি-লোকে বাধিলেক বহু ভাৱ।
নপাইলোহো মণি যেন যুৱাই কৰা মাৱ ॥ ৪৭৬

পাতালৰ বিৰুদ্ধে বভ্ৰুবাহনৰ ৰণসজ্জা

সৰ্পৰ বচন শুনি বভ্ৰুবাহা ৰাজা।
তেক্ষণে আদেশ কৰিলেক বহু প্ৰজা ॥
কতো সেনাগণ আজি ৰাখোক শৱক।
কতো কতো সেনা লড়ি যায়ো পাতালক ॥ ৪৭৭
কোপে-অপমানে ৰাজাৰ বহে লোই।
ঝাকে ঝাকে অগনিকণিকা বাঝ হুই ॥

মহাকোপে নৰনাথে সৰাতে সোধন্ত।
কোঠাইতনু আছে সর্প কৰিএৰো অন্ত ॥ ৪৭৮
কুলিক বাসুকি সর্প আছে কোন স্থানে!
অনন্তক দেখাএৰো মণি নাসৈ মানে ॥
ধৃতৰাষ্ট্ৰ তক্ষককো মাৰিবো তহিত।
মণিকো আনিবো আৰো আনিবো অমৃত ॥ ৪৭৯
মোৰ বাপ ধনঞ্জয় আছয় মৰিয়া।
সর্প কি থাকিব ভালে মণিক নেদিয়া ॥
কৃষ্ণৰ সেৱক ধৰ্ম্ম ৰাজাৰ অনুজ।
তাহাঙ্কে জীয়ান্তে মোৰ পৰাক্ৰম বুঝ ॥ ৪৮০
সূতা হেন কৰিবো যতেক বৰ সাপ।
মণি আনি তেৱেসে জীয়াইবো মোৰ বাপ ॥
সৱাকো জীয়াইবো যত আছে মৰি মৰি।
তৃণৱতে বস্নক জীয়াইবো ধৰি ধৰি ॥ ৪৮১
অনন্তক ঢাকি যেৱে যুজন্ত শঙ্কৰ।
ইষ্টদেৱ বুলি তাঙ্কো কৰিবো কাতৰ ॥
তথাপিতো হৰে যেৱে নছাৰন্ত যুঝ।
তাহাঙ্ক যুঝিবো মোৰ পৰাক্ৰম বুঝ ॥ ৪৮২
এহি বুলি দুই মাৱ শৰ ৰক্ষা থই।
পাতালপুৰক তেৱে ভেটিলন্ত গই ॥
ঢাক-ঢোল মৰ্দ্দল পটহ কোলহাল।
উসমিস লাগি গৈল সকলে পাতাল ॥ ৪৮৩
অনন্ত শুনিল ৰাজা বাট ভেটি আছে।
ধৃতৰাষ্ট্ৰ কুমন্ত্ৰীক নিন্দিলেক পাছে ॥
তোহোৰ নিদানে ৰাজ্য প্ৰাণ হৰুৱাইলো।
মান্য কৰি মণি আমি দিবাক চাহিলোঁ ॥ ৪৮৪

বভ্রুবাহন আৰু নাগসকলৰ মাজত তয়াময়া ৰণ আৰু নাগসকলৰ পৰাজয়

ধৃতৰাষ্ট্ৰ অন্ধ দুষ্ট মনুষ্য-লোকত।
কুবুধিৰ ফলে তান শত পুত্ৰ হত॥
তোৰ বুধি নিদানে কৰিলে সবে নাশ।
এৱে দুষ্ট কিবা চাস যুদ্ধক নযাস॥ ৪৮৫
বভ্রুবাহা ৰাজা মহা বৈষ্ণৱ নৃপতি।
তাহাঙ্ক জিনিব নাটে আমাৰ শকতি॥
মণি দিব নপাইলো যতেক দিল হাক।
কটক-পাটন দেয়ো চল যুঝিবাক॥ ৪৮৬
অনন্তৰ আদেশ শুনিয়া সৰ্পগণে।
যুদ্ধক প্ৰৱন্ধে চলি গৈল তেতিক্ষণে॥
তক্ষক প্ৰভৃতি সৰ্পগণ ভৈল সাজ।
চতুৰঙ্গ দলে পাতালৰ ভৈল বাঝ॥ ৪৮৭
দিব্য ৰূপ ধৰিলেক সৱে সৰ্পগণ।
নানাবিধ অলঙ্কাৰ কৰি আভৰণ॥
হস্তী ঘোড়া পদাতি অজস্ৰ ভৈল আগ।
কতো বেলি গৈয়া নৃপতিৰ পাইল লাগ॥ ৪৮৮
মানুষৰ কটক দেখিয়া ভৈল সাজু।
পাঞ্চ প্ৰহৰৰ পথ জুড়ি লৈল বাজু॥
সৰ্পৰ মুখৰ বিষ বঝাই ঝাকেঝাক।
বিষ লাগি পুড়ি মাৰে ৰাজাৰ প্ৰজাক॥ ৪৮৯
দুখান সাগৰ যেন ভৈল একে ঠাই।
সৰ্প মনুষ্যৰ সেনা তদ্বত্ত পৰাই॥
গদা মুদ্গৰ যাঠি অসংখ্যাত মাৰে।
হাতাহতি কৰে বলে যিটো যাক পাৰে॥ ৪৯০
ব্ৰহ্মা আদি কৰিয়া সকলে দেৱগণে।
কতূহলে চাহিবাক আসিলন্ত ৰণে॥

বব্রুবাহা জিনন্তোক বোলে কতো ভাগে।
কেহো কেহো বোলে ৰণ জয় হোক নাগে ॥ ৪৯১
হেন যেৰে ঘোৰ নাদ ভৈল দুয়ো দলে।
ধৃতৰাষ্ট্ৰ সৰ্পে বাঢ়ি গৈল কতূহলে ॥
সৰ্পক পাঞ্চিয়া বোলে আৰ চাস কিক।
খোট হানি মনুষ্যত লগাএৰ বিষ ॥ ৪৯২
মন্ত্ৰীৰ বচনে সৰ্প নথাকিল সৈ।
ৰাজাৰ প্ৰজাত বিষ লগাইলেক গৈ ॥
ধৃতৰাষ্ট্ৰৰ সৰ্পে সেনা মাৰিল আপাৰ।
সৰে মিলি হত ভৈল একৈশ হাজাৰ ॥ ৪৯৩
দেখি বব্রুবাহা জ্বলি গৈল অতিৰেক।
শৰে হানি সৰ্প-সেনা মাৰিল এতেক ॥
পুনৰপি নৰনাথে হানি তিনি বাণ।
ধৃতৰাষ্ট্ৰ মন্ত্ৰীৰ কাটিল ৰথখান ॥ ৪৯৪
পাচে বব্রুবাহা মন্ত্ৰ পঢ়ি ধূলা মাৰে।
দোঙ্গা-দোঙ্গি পাৰে সৰ্প যাইবাক নুৰাৰে ॥
শৰে হানি ফেণা-মণি কাটিল বিস্তৰ।
যেন তাৰাগণে খসি পৰে আকাশৰ ॥ ৪৯৫
আশেষ সৰ্প সাজু হুয়া যুদ্ধ দিল।
মণিপুৰ-নৃপতিৰ চৌপাশে বেঢ়িল ॥
ফোকাৰন্তে বিষ-ৰাশি এৰে সৰ্প-প্ৰজা।
বিষ লাগি প্ৰজা মৰে দেখিলন্ত ৰাজা ॥ ৪৯৬
হেন দেখি কোপে ৰাজা নসহে পৰাণ।
তিতিখনে মাৰিলন্ত মঊৰৰ বাণ ॥
মৈৰা হুই শৰে সৰ্পক খেদি যাই।
কতোসে ধৰিবে পাৰে বিস্তৰ পলাই ॥ ৪৯

ৰাজা দেখে পলাই যাই বড় বড় নাগ।
দেখন্ত ময়ূৰে তাক নপাৰন্ত লাগ ॥
মন্ত্ৰ পঢ়ি শৰপাত ধনুত জুৰিল।
সৰ্পৰ উপৰে ঢাকি মধু বৰষিল ॥ ৪৯৮
গাৱে মধু লাগি সৰ্প যাইবাক নুৱাৰে।
তেৱেসে মঊৱে খেদি খোট হানি মাৰে ॥
বহুতৰ সৰ্প-সেনা মঊৰ তাকৰ।
তেৱেসে মাৰিল ৰাজা পিম্পৰাৰ শৰ ॥ ৪৯৯
খোট হানি মৈৰা যাই পিম্পৰা লাগ পাই।
ছাল থৈ মাংস খাই ভিতৰ সোমাই ॥
ভিতৰে ভিতৰে যাই যাই কতো দূৰ।
শাস কৰা দেখি যেন তেতুলিৰ ফুল ॥ ৫০০
দেখন্ত পিম্পৰা খাইবে সকলে নুৱাৰে।
আধা মৰা সৰ্পমানে লোটা-লোটি পাৰে ॥
নকুল শৰ হানিলন্ত সেহি তালে।
দেখি ৰণভঙ্গ ভৈল পশিল পাতালে ॥ ৫০১
ৰণভঙ্গে পলাৱে সকলে সৰ্পগণ।
অনন্ত ৰাজাত গৈয়া পশিল শৰণ ॥
অনন্তে দেখন্ত সৰ্প-ভৈল লালকাল।
মাংস শোণিত নাহি কেৱলে আছে ছাল ॥ ৫০২
হাসি হাসি উপহাস কৰন্ত অনন্তে।
কিস লাগি পলাইলাহা সমৰৰ হন্তে ॥
মই মণি দেন্তে সৱেহন্তে দিলি হাক।
এৱে ৰণভঙ্গে যোগ্য নোহে পলাইবাক ॥ ৫০৩
পূৰ্ব্বতে বুলিলো তাক বুঝিব নুৱাৰি।
তথাপিতো তুমিসব গৈলা সাজি-পাৰি ॥

এবে কিক পলায়াহা বড় বড় সাপ।
আনো মনুষ্যক লাগি গৈল ভাগি কাপ ॥ ৫০৪
যাৰদেকে বভ্রুবাহা অন্ত নউ কৰে।
বাট ভেটি অগ্নি জালি ধূম্র বিচি মাৰে ॥
যাৰে নতু পাতালপুৰক লৰে কাঢ়ি।
তাৰে গৈয়া ৰাজাত শৰণ লৰাঁ বাঢ়ি ॥ ৫০৫
এহি বুলি অনন্তে পাঞ্চিল তেতিক্ষণ।
মৃত্যু সঞ্জয়নী মণি লৈয়া সৰ্পগণ ॥
দিব্য ছত্র লৈয়া শতেক ৰাজবালা।
নৃপতিক লাগি ভেল্টি লৰাঁ ৰত্ন মালা ॥ ৫০৬
অনেক বাখৰ চিত্র লৈউক কুণ্ডল।
তেৰেবা নৃপতি পাইলে হোৰৈ কতূহল ॥
আনো সৱ যতেক দুৰ্লভ মনুষ্যৰ।
সিও ধন বাছি লৰাঁ ৰাজাৰ ভণ্ডাৰ ॥ ৫০৭
কল্পতৰু কামধেনু সঞ্জয়নী মণি।
কৃষ্ণক লাগ নপাৰন্তে তাসম্বাক গণি ॥
হৰিণক পাইলে শশাক কোনে সোধে।
বিস্তৰ আন্তৰ খীৰ ছাগলক বান্ধে ॥ ৫০৮
আজিসে সাফল মোৰ হুইবে জীৱন।
গৰুড়ৰ কন্ধে কৃষ্ণ পাইবো দৰিশন ॥
আৰশে আসিব হৰি অৰ্জ্জুন নিদানে।
বভ্রুবাহা নাতিক দেখিবো সেহি থানে ॥ ৫০৯
এহি বুলি সৰ্প লৈয়া লৰিল শেষৰাজ।
বহুধন লৈয়া পাতালৰ ভৈল বাঝ ॥
বভ্রুবাহনক গৈয়া পাইল দৰিশন।
নাতি বুলি দিলন্ত যতেক নিল ধন ॥ ৫১০

অনন্ত নাগৰ দ্বাৰা বভ্রুবাহনক মণিদান আৰু ক্ষমা-প্ৰাৰ্থনা

পূৰ্ব্বত তোমাক মণি দিবাক চাহিলো।
জ্ঞাতি-লোকে বাধে মণি দিবাক নপাইলো॥
যতেক বাধিল মানে তাৰ ফল পাইলে।
কতো কতো জীয়ে কতো প্ৰাণক শুঝাইলে॥ ৫১১
অনন্তে বোলন্ত দোষ ক্ষমা কৰা নাতি।
বিশেষত চঞ্চল আমৰা সৰ্প জাতি॥
দুইগোটা জিহ্বা আৰো বহুতৰ শিৰ।
কোনকালে আমাৰ বচনে নোহে থিৰ॥ ৫১২
হেন শুনি বভ্ৰুবাহা হৰিষ ভৈল মনে।
অনন্তক আশ্বাসিল মধুৰ বচনে॥
আসা তুমি আমাৰ দেশক চলি যায়ো।
সঞ্জয়নী মণি ধৰি বাপক জীয়ায়ো॥ ৫১৩
এহি শুনি অনন্তে সহিতে গৈল লৰি।
অৰ্জ্জুনৰ শৱ যি ঠাইত আছে পৰি॥
কথা-মাতে হৰিষে পথত যান্ত দুই।
সৰ্পে মনুষ্যে ৰঙ্গে যাই একে হুই॥ ৫১৭

ধৃতৰাষ্ট্ৰ নাগৰ ক্ষোভ আৰু কুবুদ্ধিৰ দ্বাৰা অৰ্জ্জুনৰ মুণ্ড-হৰণ

পাতালতো ধৃতৰাষ্ট্ৰ কুবুধি সাগৰ।
অধোমুখে চিন্তাকৰি আছিল বিস্তৰ॥
দুষ্টভাৱে কুবুধি দুতয় পুত্ৰ আছে।
অসন্তোষে ধৃতৰাষ্ট্ৰে মাতিলেক পাছে॥ ৫১৫
শুনা শুনা পুত্ৰ যি কাৰণে কৰো চিন্তা।
পৃথিৱী লোকত মোৰ ধৃতৰাষ্ট্ৰ মিতা॥
তান শত পুত্ৰক মাৰিল পাণ্ডু-সুত।
সিকাৰণে পাণ্ডৱে বিৰোধী অদভুত॥ ৫১৬
শত পুত্ৰ মাৰিলেক অন্ধক মিতাৰ।
মিত্ৰৱতি গুণ কিছো নভৈল আমাৰ॥

কতো কালে বিধি আসি ভৈলন্ত প্রসন।
বাপতিয়া সমৰত মৰিল অৰ্জ্জুন॥ ৫১৭
তেহে অৰ্জ্জুনক জীয়াইবাক প্ৰতিবন্ধে।
সঞ্জয়নী মণি নিলেক ঘোৰ দন্দে॥
একো পক্ষে নুৱাৰিলো মণি ৰাখিবাক।
এৰেসে জানিলো অৰ্জ্জুনক জীয়াইবেক॥ ৫১৮
এৰে জানো অৰ্জ্জুনক জীয়াৱন্ত কাজ।
তেহে জীলে শত্ৰু হত হৱে ধৰ্ম্মৰাজ॥
হতবুধি ভৈলো কাৰ্য্য সাধিব নুৱাৰি।
তুমি সবে চাহা কাৰ্য্য কি কৰিতে পাৰি॥ ৫১৯
আজি যেৱে ভাগ্যবশে অৰ্জ্জুন জীৱন্ত।
যুধিষ্ঠিৰ ৰাজা অশ্বমেধ কৰিবন্ত॥
পৃথিৱীত যশৰাশি হুইব পাণ্ডৱৰ।
বৈৰ পক্ষ বাঢ়ে দেখি সন্তাপ মনৰ॥ ৫২০
কুবুধিয়ে বোলে বাপ এৰিয়োক মৰ্ম্ম।
আমি ভালে আছন্তে কি সিঝিবেক কৰ্ম্ম॥
অৰ্জ্জুনক জীয়াইবেক নোৱাৰয় যেনি।
আজি দেখা কেনঠান পাতওঁ বিঘিনি॥ ৫২১
যাহাৰ ঘৰত খনিতেক থাকো আমি।
নাহিকে কল্যাণ তাৰ হৱে নৰ্ক-গামা॥
আমিসৱ আছন্তে কিসক অসন্তোষ।
যায়োক অনন্ত পাশে এড়ায়োক দোষ॥ ৫২২
গাণ্ডি মুণ্ড পাইলেসে জীয়াইবে পাৰে মণি।
চুৰি কৰি মুণ্ড যেৱে আনিবো আপুনি॥
কেনমতে জীয়াইবে চাহিবা তাৰ ৰঙ্গ।
আজি পাণ্ডৱৰ সৱে আশাক কৰো ভঙ্গ॥ ৫২৩

তেক্ষণে কুবুধি গৈল চৌৰ-মায়া ধৰি।
যিঠাইত অৰ্জ্জুনৰ শৰ আছে পৰি।
সৰে ৰাখি আছন্ত মুণ্ডক হৰি নিলে॥
বকদাল্‌ভ ঋষিৰ আশ্ৰমে নিয়া থৈলে॥ ৫২৪

চিত্ৰাঙ্গদা আৰু উলুপীৰ বিলাপ

চিত্ৰঙ্গদা উলুপী নেদেখি স্বামী-মাথ।
হা প্ৰভু বুলি মুঠি হানিলা হিয়াত॥
কোনেনো নিলেক হৰি প্ৰভুৰ বদন।
হেন বুলি দুয়ো নাৰী কৰন্ত ক্ৰন্দন॥ ৫২৫
খনো খনো লুটি পাৰি পৃথিৱীত কান্দে।
খনো অৰ্জ্জুনৰ পায় গলত নিয়া বান্ধে॥
খনো দীৰ্ঘৰাৱে দুয়ো কান্দে ডাক পাৰি।
ছাৰখাৰ ভৈলন্ত সুন্দৰী দুয়ো নাৰী॥ ৫২৬
দুয়ো ৰাজমাতাৰ যতেক সেৱকিনী।
ঊৰ্দ্ধি কৰি কান্দে আকাশত লাগে ধ্বনি॥
অনন্তে সহিতে সঞ্জয়নী মণি লই।
ৰণস্থলী সমীপ নৃপতি পাইলা গই॥ ৫২৭
কলকলি কোলাহলে ক্ৰন্দন-অথিৰ।
কোনে হৰি নিল আসি অৰ্জ্জুনৰ শিৰ॥
থানে থানে খুজি-লুৰি কান্দে সৱে প্ৰজা।
মণি লৈয়া আসি হেন শুনিলন্ত ৰাজা॥ ৫২৮
মূৰ্চ্ছা গৈয়া ৰাজা তেৰে পৰিলা তহিতি।
নিশবদ ভৈল সৱে অনন্ত প্ৰভৃতি॥
শোকাকুলে কাহাৰো মুখৰো নাই মাত।
হেন নাহি কেহো কাকো দিবেক সিদ্ধান্ত॥ ৫২৯
জৈমুনি বদতি ৰাজা শুনা জন্মিজয়।
যেহিদিনা সমৰে পৰিলা ধনঞ্জয়॥

কুন্তীৰ কুস্বপ্ন

সেহিদিনা কুন্তী নাৰী দেখিল স্বপন।
চকমকাই উঠি হেন বুলিল বচন ॥ ৫৩০
শুনা বাপু যুধিষ্ঠিৰ শুনা জনার্দ্দন।
এতিক্ষণে অদভুত দেখিলো স্বপন ॥
অর্জ্জুনক যেনঠান দেখিলো স্বপন।
অনুমানে জানো বাপু নিজীয়ে পৰাণ ॥ ৫৩১
গায়ে মুণ্ডে তৈল ঘহি ওড় ফুল পিন্ধি।
গোবৰে লিপিল দেহা চন্দনক নিন্দি ॥
মহিষৰ পিঠি চড়ি দক্ষিণক যাই।
অনুমানে জানো ভালে নিজীয়ে পুতাই ॥ ৫৩২

গৰুড়ৰ স্কন্ধত কৃষ্ণ, কুন্তী আৰু ভীমৰ মণিপুৰ-গমন আৰু অর্জ্জুন-হন্তাৰ সন্ধান

কুন্তীৰ বচনে শোকে বেথিত নাৰায়ণ।
তেতিক্ষণে গৰুড়ক কৰিলা স্মৰণ ॥
সুমৰণে গৰুড়ৰ হৃদি কম্পি গৈল।
কৃষ্ণৰ আগত আসি উপস্থিত ভৈল ॥ ৫৩৩
মাধৱে বোলন্ত শুনা পক্ষী বলৱন্ত।
মোৰ সখি ধনঞ্জয় যি ঠাইত আছন্ত ॥
তৈকে লাগি ঝান্ট কৰি নিয়োক আমাক।
নকুল সহদেৱ ৰাজাৰ লগে থাক ॥ ৫৩৪
মাধৱক কুন্তী আই আৰো বৃকোদৰ।
সৱাকে পিঠিতে লৈয়া যায়োক সত্বৰ ॥
মাধৱৰ বাণী শুনি বিনতা-নন্দন।
সৱাকে পিঠিত লৈয়া লড়িল তেখন ॥ ৫৩৫
মহাবেগে পক্ষীৰাজে উড়াৱেক দিল।
অর্জ্জুনৰ পাশে গৈয়া তেখনে পৰিল ॥
মাধৱে দেখিল মণিপুৰৰ প্রাৰম্ভ।
একে সঙ্গে দিয়া আছে অযুতেক তম্ভ ॥ ৫৩৬

ৰূপে গুণে সুশোভন অনেক সুন্দৰী।
অন্ধকাৰ নিশি আৰো দীপ আছে ধৰি ॥
স্বভাবে সুন্দৰ হাৰ কুণ্ডলে শোভন।
পূৰ্ণিমাৰ চন্দ্ৰ যেন দেখিয়া বদন ॥ ৫৩৭
মৃগ-মদ চন্দন গাৱত আছে পিন্ধি।
নয়ন ললিত বাহু মৃণালক নিন্দি ॥
সবাৰে গাৱত অলঙ্কাৰ সুৱৰ্ণৰ।
তাক দেখি মনত গুণন্ত দামোদৰ ॥ ৫৩৮
অৰ্জ্জুনৰ মুখ-পদ্ম নাহি সিটো স্থান।
কিবা নাৰী-মুখ দেখি গৈল কোন স্থান ॥
এতেকতে ভীমসেনে মাধৱে সহিতে।
গৰুড়ৰ নামি চাহি ফুৰন্ত তহিতে ॥ ৫৩৯
ভীমে বোলে অৰ্জ্জুন আছন্ত পৃথিৱীত।
তাকে দেখি মাধৱৰ চমকিল চিত্ত ॥
মাধৱে বোলন্ত উঠা উঠা প্ৰাণ সখি।
আমিযে আসিলো এভো তোমাক নেদেখি ॥ ৫৪০
তোমাৰ জননী মাৱ আৰো ভীমসেন।
উঠি কিয় নমাতাহা আছা মৰা যেন ॥
পাশ চাপি দেখন্ত অৰ্জ্জুন মৃতক।
কোনেনো মাৰিলে মোৰ সখি অৰ্জ্জুনক ॥ ৫৪১
হেন শুনি ভীমসেনে মাতিল দুনাই।
তোমাৰ বিকলে সুধিবাক নাই ঠাই ॥
ভীমসেন বদতি এৰিয়োক মন-শোক।
কোনে মাৰি গৈল তাক দেখায়োক মোক ॥ ৫৪২
তোমাৰ প্ৰসাদে অৰ্জ্জুনৰ পাইলো হেতু।
ই কি সব হুইবে কৰ্ণ-সুত বৃহকেতু ॥

পুত্ৰৰ সন্তাপে কুন্তী কান্দন্ত অহিত।
কোনেনো মাৰিলে তোক সমৰ-ভূমিত ॥ ৫৪৩
সুৰাসুৰ নৰে তোক নভৈলেক সম।
আজি কোনে সুখে লই ধাৰ দিল যম ॥
এতেকতে বক্ৰুবাহা লভিল চেতন।
দেখন্ত পুৰুষ দুই আতি সুশোভন ॥ ৫৪৪
বন্দীৰূপে কামদেৱ সেহি থানে আছে।
ৰাজাত বিশেষ কৰি চিনাইলন্ত পাছে ॥
চিত্ৰঙ্গদা উলুপীও চেতন লভিল।
সচকিত মন ভৈল কুন্তীক দেখিল ॥ ৫৪৫
তাসম্বাকো কামদেৱে দেখান্ত চুনাই।
সমন্ধত যাক যেন লৈবাক যুৱাই ॥

বক্ৰুবাহনৰ বিষম অনুতাপ

বক্ৰুবাহা বোলে শুনিয়োক শ্ৰেষ্ঠতাত।
দুষ্ট পুত্ৰে বাপৰ চিন্তিলো বিঘাত ॥ ৫৪৬
মঞিসে পাপিষ্ঠে সেনা মাৰিলো বহুত।
মঞিসে মাৰিলো বৃহকেতু কৰ্ণ-সুত ॥
মই পাপিষ্ঠক চাই আছা কি কাৰণে।
নিৰ্দ্দয় হুই শিৰ মোৰ ভাঙ্গিয়ো চৰণে ॥ ৫৪৭
গদাৰ প্ৰহাৰে ঝাণ্টে মাৰিয়োক মোক।
ভাই ভাতিজৰ সবে সন্তাপ খণ্ডোক ॥
মাধৱক দেখি পাছে কৰিল প্ৰণাম।
পিতৃবধী পাপী মোৰ বক্ৰুবাহা নাম ॥ ৫৪৮
তোমাৰ চৰণে মোক কৰিয়ো প্ৰহাৰ।
চক্ৰে হানি কাটি শুদ্ধ কৰা কলেৱৰ ॥
ৰাহুৰ কণ্ঠক যেন কাটিলা পৰ্ব্বত।
মোহোৰ গলক আজি কৰা সেহিমত ॥ ৫৪৯

তোমাৰ চক্ৰত যেৱে চিণ্ডিএৰো গল।
তেৱেসে পাতক আমি এড়ায়োঁ সকল॥
ইষ্ট বন্ধু মিত্ৰ যাহাৰ নাহি মাৱ বাপ।
সিওজনে কৰে ঘোৰ ঘোৰ পাপ॥ ৫৫০
তোমাক স্মৰিলে পাপ সকলে এৰাই।
মই পুনু তোমাক প্ৰত্যেকে আছো পাই॥
ইহাতেসে অধিক মোৰ সন্তাপ মনৰ।
প্ৰিয় সখি তোমাৰ বৈষ্ণৱ গুৰুতৰ॥ ৫৫১
তাহাঙ্কো মাৰিলো মোক মাৰিয়ো সমূলে।
নচেত পঠাই মাৰা হৰৰ ত্ৰিশূলে॥
ইহাত অধিক মোৰ কোন আছে শোক।
পিতামহী কুন্তী আসি নমাতয় মোক॥ ৫৫২
তুয়ো মাৱ চৰণে যেন মিল আপুনি।
জীউ মৰ নুবুলিল পুত্ৰৰ মৃত্যু শুনি॥
এতেকে তুনাই নাগ ৰাজাৰ জীয়াৰী।
শাশু বুলি কুন্তীক নমিল জানু পাৰি॥ ৫৫৩
বিষ-মুখী চৰি মই থাপা কিস মোকা।
শাপি ভস্ম কৰিয়ো এৰাওঁ স্বামী-শোক॥
উলুপীৰ বচনক সৱে নাৰী শুনি।
অৰ্জ্জুনক লাগি সৱে কান্দে মুঠি হানি॥ ৫৫৪

অনন্তৰ বচনত শ্ৰীকৃষ্ণৰ দ্বাৰা মৃতসকলৰ প্ৰাণ-দান

কুন্তীও ভূমিত পৰি কান্দিল বহুত।
মোক এৰি কহি গৈল হা প্ৰাণ-পুত॥
এতেকতে শেষৰাজা পাতালৰ নাথ।
বাঢ়ি মাধৱৰ পাৱে নমিলন্ত মাথ॥ ৫৫৫
ত্ৰিজগত-নাথ তুমি অৰ্জ্জুনৰ সখি।
ইনো দুখ-সন্তাপ কিসক আছা দেখি॥

ধৰ্ম্ম নৃপতিত আশা আছিলেক যত।
সৱে কথা চূৰ ভৈল জমাইৰ লগত ॥ ৫৫৬
উদ্ধৰিয়ো সবাৰে বুকৰ শোক-শাল।
মণি ধৰি অৰ্জ্জুনক জীয়ায়ো সকাল ॥
যত যত অধৰ্ম্ম ডাঙ্গৰ বুলি লেখি।
তেতিক্ষণে বিনাশে তোমাৰ মুখ দেখি ॥ ৫৫৭
ইটো কোন বিষয় জীয়াইবে উছুক।
হেন মই জানো তুমি চাহিছা কৌতুক ॥
আনিলোহো অমৃত পাতালৰ মণি।
তোমাৰ আগত এসম্বাক কোনে গণি ॥ ৫৫৮
সৰ্ব্বক্ষণে পাতালক ৰাখিলা আপুনে।
অৰ্জ্জুনক আজি নিজীয়াবা কি কাৰণে ॥
অৰ্জ্জুনক লাগি সৱে কান্দন্ত বিকলে।
সৱাহাৰে চক্ষু ঢাকিলেক শোকাকুলে ॥ ৫৫৯
সেহিবেলা অৰ্জ্জুনৰ মুণ্ড ভৈলা চুৰি।
একে স্থানে তাক নপালন্ত খুজি-লুৰি ॥
হেন জানি যেন যুৱাই কৰিয়ো মাধৱ।
তোমাৰ পালন জানো সকলে পাণ্ডৱ ॥ ৫৬০
তযু গৃহে যজ্ঞ আৰম্ভিল ধৰ্ম্মৰাজ।
এৱে নিসিঝিলে হাসিবেক সামৰাজ ॥
স্ৰজন্তা পালন্তা সংহাৰন্তা নাৰায়ণ।
হেন জানি অৰ্জ্জুনক দিয়া প্ৰাণ দান ॥ ৫৬১
শেষৰ বচনে তুষ্ট ভৈল নাৰায়ণ।
সৱাকে বুলিলা মিত্ৰ-সহিত বচন ॥
যেবে ব্ৰহ্মচৰ্য্যক ৰাখিয়া আছো মোৰ।
এতিক্ষণে সখি-শিৰ আসোক সত্বৰ ॥ ৫৬২

যিবা পাপিষ্ঠে মুণ্ড নিলে চুৰি কৰি।
মোৰ আগে এতিক্ষণে সিও যাউক মৰি ॥
হৃদয় সন্তাপে শাপ দিল নাৰায়ণে।
দুষ্টভাৱ কুবুধি মৰিল তেতিক্ষণে ॥ ৫৬৩
অৰ্জ্জুনৰ মুণ্ড আসি ভৈল তেতিক্ষণে।
আছে আছে মুণ্ড বুলি টেটাই সৰ্ব্বজনে ॥
হৰাইবাৰ মুণ্ড গোট আসিবাৰ দেখি।
মাধৱে বোলন্ত এৱে পালো প্ৰাণ-সখি ॥ ৫৬৪
শেষৰ বচনে সঞ্জয়নী মণি লই।
অৰ্জ্জুনৰ পাশ কৃষ্ণে চাপিলন্ত গই ॥
হৰৰ প্ৰসাদে সঞ্জয়নী মণি-দানে।
ধনঞ্জয় সখি মোৰ জীৱন্তো পৰাণে ॥ ৫৬৫
অনন্তে বোলন্ত শুনা জীয়াইবাৰ হেতু।
প্ৰথমে জীয়ায়ো কৰ্ণ-সুত বৃহকেতু ॥
পাছে অৰ্জ্জুনক জীয়ায়োক মণি ধৰি।
অনন্তৰ বোল মানে সাদৰিল হৰি ॥ ৫৬৬
বৃহকেতুৰ গাণ্ডি-মুণ্ড একস্থান কৰি।
হৃদয়ত মণি গোট থৈলন্ত শ্ৰীহৰি ॥
মণি পাই উঠি বসিলন্ত কৰ্ণ-সুত।
কৃষ্ণ কৃষ্ণ বাণী হেন টেটান্ত বহুত ॥ ৫৬৭
থাক বভ্ৰুবাহা বুলি টেটাৱন্ত বৃষ।
শুনি মাধৱৰ মনে পৰম হৰিষ ॥
মাধৱক দেখি পাছে নমিলন্ত মাথ।
দোষ এৰি তুষ্ট হোৱা জগতৰ নাথ ॥ ৫৬৮
কৰ্ণসুত বৃহকেতু জীয়াইলন্ত যেৱে।
অৰ্জ্জুনৰ হৃদয়ত মণি থৈল তেৱে ॥

মণি পাই ধনঞ্জয় বসিলন্ত উঠি।
দেখি সৰ্ব্বজনৰ পৰম ভৈল তুষ্টি॥ ৫৬৯
শেষৰাজ ভীমসেন দেৱ বনমালী।
সৱে মিলি অৰ্জ্জুনক ধৰি আঙ্কোৱালি॥
তিনি বীৰে আশ্বাসিল মধুৰ বচনে।
সৱাৰে কল্যাণ ভৈল তোমাৰ জীৱনে॥ ৫৭০
অৰ্জ্জুনৰ জীৱন ভৈল হৰিৰ প্ৰসাদে।
দেৱলোকে আকাশ পূৰিল শঙ্খনাদে॥
দেৱতা লোকৰ সৱে ভৈলা মনতুষ্টি।
অৰ্জ্জুনৰ মাথাত কৰিল পুষ্প-বৃষ্টি॥ ৫৭১
অৰ্জ্জুনৰ সেনা যত আছিলেক মৰি।
মণি ধৰি সৱাকো জীয়াইলা শ্ৰীহৰি॥
চেতন লভিয়া সবে পাণ্ডৱী কটক।
প্ৰাণ-দাতা বাপ বুলি নমিল কৃষ্ণক॥ ৫৭২
সুস্থ হুই ধনঞ্জয় মাধৱক দেখি।
বোলন্ত কৰি প্ৰণাম ভালে আছা সখি॥
কুন্তীক দেখিল দৈৱকী যশোদাক।
প্ৰণামিয়া লাজে নুৱাৰিলা মাতিবাক॥ ৫৭৩
কৰ্ণসুতে নমস্কাৰ কৰিল কুন্তীক।
কৃষ্ণক ভীমক যশোদাক দৈৱকীক॥
অৰ্জ্জুনক প্ৰণামিলা কৰ্ণৰ তনয়।
বোলে হৰি-প্ৰসাদত এৰালোহো ভয়॥ ৫৭৪

বব্রুবাহনৰ দ্বাৰা সকলোৰে অভ্যৰ্থনা

বব্রুবাহা সৱাকে সাদৰি মান্য কৰি।
নিজ বাসৰক নিল হৰি আদি কৰি॥
অৰ্ঘ্য-দানে মান্য কৰি হৰিৰ চৰণে।
দিব্য সিংহাসন আনি দিল সেহিক্ষণে॥ ৫৭৫

ভীম ধনঞ্জয় শেষ প্ৰদ্যুম্ন সহিতে।
চাৰি সিংহাসনে চাৰি বসিল তহিতে॥
আনো যত ৰাজাগণ গৈল সেহি ঠাৱে।
সুৱৰ্ণৰ আসন দিলন্ত গাৱে গাৱে॥ ৫৭৬
পাণ্ডৱৰ কৃষ্ণৰ শেষৰ সেনা যত।
দ্বাৰ মেলি দিল সৱে পশিল ৰাজ্যত॥
বব্রুবাহা ৰাজাৰ হেনসে সুখ-থান।
কোননো কোঠাত থাকে তাৰো নাই স্থান॥ ৫৭৭
সমাজত যত লোক আছিলেক মানে।
সৱাক তুষিল ৰাজা অনেক আছাদনে॥
চন্দন বসন ৰত্ন দিল নৰনাথ।
তেভো অৰ্জ্জুনত লাজে নোতোলন্ত মাথ॥ ৫৭৮

অৰ্জ্জুনৰ বিষাদ আৰু সকলোৰে দ্বাৰা অৰ্জ্জুনৰ প্ৰশংসা

হেন জানি ৰাজাগণ কেশৱ প্ৰভৃতি।
অৰ্জ্জুনক সাধু সাধু বুলিল তহিতি॥
ধন্য ধন্য ধনঞ্জয় তোমাৰ তনয়।
পুত্ৰৰ বিভৱ হেন ভৈল আতিশয়॥ ৫৭৯
পুত্ৰে জিনিলেক বুলি জানো কৰা লাজ।
গঙ্গাৰ শাপত মিলিল হেন কায॥
শাস্ত্ৰে পুৰাণে হেন বচন সশিৰে।
সৱাতে জয় বাঞ্ছিলাহা পুত্ৰত বাহিৰে॥ ৫৮০
আৰো জানো মন কৃষ্ণ কৰা বীৰ-নাদ।
তোমাৰ বিষাদে সৱ কুটুম্বে বিষাদ॥
চিত্ৰঙ্গদা উলুপীকো মাতিয়ো সাদৰে।
লজ্জিত পুত্ৰক আশ্বাসিয়োক সত্বৰে॥ ৫৮১
অনন্তে কৃষ্ণক চাহি বুলিল দুনাই।
পাণ্ডৱক প্ৰবোধিব তোমাৰ যুৱাই॥

ভীমক কুন্তীক প্ৰবোধিব যোগ্য হোৱে।
লজ্জা কৰি নমাতি আছন্ত বাপে পোৱে ॥ ৫৮২
বিশেষতঃ বক্রুবাহা পিতৃ-বধ কৰি।
লাজে মাথা নোতোলন্ত নাচাৱা ওৱাৰি ॥
পিতৃ-বধ পাতক অঘোৰ ঘোৰ দেখি।
প্ৰাণত্যাগ কৰিব খোজে সৱাকে উপেখি ॥ ৫৮৩

বক্রুবাহনৰ বৈৰাগ্যভাৱ আৰু ভীমৰ দ্বাৰা প্ৰবোধ-দান

এতেকতে আগ বাঢ়ি মণিপুৰ-নাথ।
কৃষ্ণ-অৰ্জ্জুনক গৈয়া নমিলেক মাথ ॥
কৃতাঞ্জলি কৰি হেন বুলিল বচন।
হেমৱন্ত পৰ্ব্বতক যাইবে মোৰ মন ॥ ৫৮৪
হেমালয় গিৰিৰ শিখৰ সনিধানে।
কায়া-কষ্টে প্ৰাণ এড়িবো সেহি থানে ॥
তেৱেসে পাতক মোৰ এৰিবেক গাৱে।
নাহি সুখ-শান্তি মোৰ প্ৰাণ থাকে যাৱে ॥ ৫৮৫
বিশেষত গুৰু পিতৃ কৃষ্ণত ভকত।
আৰো ধৰ্ম্ম কাৰ্য্যে আসি ভৈলন্ত বেগত ॥
হেন পিতৃ-বধ পাপ কৰিলো অঘোৰ।
মৰণত বাঝে কিছো স্বস্থ নাহি মোৰ ॥ ৫৮৬
ভীমসেন বুলিলন্ত বক্রুবাহা বাপ।
বাপক মাৰিলো বুলি নকৰা সন্তাপ ॥
তেৱেসে বাপক লাগি কৰিবাহা ভয়।
যেৱে লগে নথাকন্ত দৈৱকী-তনয় ॥ ৫৮৭
আমিও মাৰিলো পিতৃ সুহৃদ নচাই।
ভীষ্ম পিতামহ গুৰু দ্ৰোণ কৰ্ণ ভাই ॥
ভাই ভাতিজক সৱে কৰিলো নিৰ্ম্মূল।
নচাহিলো ইষ্ট-মিত্ৰ বান্ধৱ মাতুল ॥ ৫৮৮

সৱাকে মাৰিলো পাপ ভৈল গুৰুতৰ।
হৰিৰ প্ৰসাদে দুনাই শুদ্ধ কলেৱৰ॥
তুমি পুনু মাৰি দুনাই দিলা প্ৰাণ দান।
হৰিক স্মৰণে এৰাইলাহা বিদ্যমান॥ ৫৮৯
পিতৃ-বধ-নিদানক এড়িএড়া শোক।
এৱে ধৰ্ম্ম নৃপতিৰ ঘোড়া এৰিয়োক॥
সৱে ৰাখিয়োক ধৰ্ম্মৰাজাৰ ঘোটক।
তেহে অব্যাহতে পান্ত যজ্ঞ কৰিবাক॥ ৫৯০
তুমি কোন পাতকক কৰিলা অদ্ভুত।
যিটো পুনু প্ৰাণী পঞ্চ-পাতক যুগুত॥
যেৱেসে হৰিক স্মৰে শুদ্ধ চিত-মনে।
সকল পাপক এড়াই তাঙ্কে দৰশনে॥ ৫৯১
হৰি হেন বাণী যাৰ জিহ্বাত বসয়।
কি কৰিব পাৰে তাক মহাপাপচয়॥
তুমি পুনু বৈষ্ণৱ বিষ্ণুক আছা দেখি।
তোমাৰ পাতেক কোন গণনাক লেখি॥ ৫৯২

শ্ৰীকৃষ্ণ আদিৰ বিদায়-গ্ৰহণ

জৈমুনি বদতি ৰাজা শুনা জন্মিজয়।
আশ্বাসি মধুৰ বোলে দৈৱকী-তনয়॥
বোলন্ত সৱাৰে গুচিলেক মন-দুখ।
হৰিষ বদনে অন্যোঅন্যে চাৱে মুখ॥ ৫৯৩
অনেক দেশৰ বাদ্য-ভণ্ড আছে মানে।
নাচ-গীত কতূহল বাৱে থানে থানে॥
অনেক আছাদনে সৱে তুষ্ট ভৈল প্ৰজা।
ধন্য ধন্য মণিপুৰ ধন্য ধন্য ৰাজা॥ ৫৯৪
কুন্তীও আছিলা পাঞ্চ দিনা সেহি ঠাই।
অব্যাহতে পুত্ৰ নাতি বহাৰীক চাই॥

কুন্তীয়ে বোলন্ত কিনো দেখা অদভুত
ধন্য ধনঞ্জয় ধন্য ধন্য তান সুত ॥ ৫৯৫
পুত্ৰ সমন্বিতে পাশত আছে বসি।
অৰ্জ্জুনক চাহি কৃষ্ণে মাতিলা হৰিষি ॥
দেখিয়ো বিভ্ৰ কেন পুত্ৰৰ আচাৰ।
পাঞ্চদিন আল নৈল সকলে প্ৰজাৰ ॥ ৫৯৬
আউৰ যতদিন আমি থাকওঁ ৰাজ্যত।
অপ্ৰয়াসে আল লৈব হৰন্ত শকত ॥
আমি সৱে আছো ভালে সুখ-ভোগ খাই।
তহিত চিন্তায়ে জানা মবে ধৰ্ম্মৰায় ॥ ৫৯৭
যত্ন কৰিয়োক নুহে ইঠাত জঞ্জাল।
ৰাজাৰ পাশক ভীম যায়োক সকাল ॥
মাতৃ দুই যায়োক কুন্তীৰ সখা হুই।
চিত্ৰঙ্গদা উলুপীও যাহন্তোক দুই ॥ ৫৯৮
ইহাত থাকিবে এসম্বাৰ নাহি কাজ।
সাজোক সিঠাত যজ্ঞৰ সব সাজ ॥
আমিসৱ ইঠাত থাকিবে কোন কাজ।
ঘোড়া মেলি দিয়োক ভ্ৰমোক ৰাজে ৰাজ ॥ ৫৯৯
তুমি আমি বব্রুবাহা কাম বৃহকেতু।
সবে ফুৰিবোহা ঘোড়া ৰাখিবাৰ হেতু ॥
হংসধ্বজ প্ৰতিমুখে যত ৰাজাগণ।
আমাৰ লগত ঘোড়া কৰোক ৰক্ষণ ॥ ৬০০
কেশৱৰ বাণী শুনি অৰ্জ্জুনৰ সুত।
কুন্তীক সাদৰ বাণী বুলিল বহুত ॥
পিতামহী বুলি নমি ধৰিলেক পাৱে।
দুখ যেন নপাৱন্ত মোৰ দুই মাৱে ॥ ৬০১

ভীমক সদৃশ দান দিল নৰনাথে।
প্ৰণাম কৰি পাৱৰ ধূলা লৈলা মাথে॥
আশেষ মধুৰ বাণী বুলিল প্ৰস্তুত।
ভীমসেন বদতি শুনিয়ো ভাতৃ-স্থত॥ ৬০২
তোমাৰ বচন সত্য বুলিলা উতৰ।
কিন্তু মঞি তোমাকযে নেদেখো আন্তৰ॥
চিন্তিয়োক যেনে যজ্ঞ সিঝে পৃথিৱীত।
এহি বুলি ভীম গৈলা নথাকি তহিত॥ ৬০৩
কুন্তীও লড়িলা আপোনাৰ মনোনীত।
যশোদাও গৈলা কুন্তী দৈৱকী সহিত॥
পুত্ৰক অনেক শিখা দিয়া ভালমতে।
উলুপী চিত্ৰঙ্গদা গৈলা কুন্তীৰ লগতে॥ ৬০৪
তাসম্বাক সম্বুধিযে পঠাইলা নৃপতি।
মাতামহ শেষক গৈয়া মাতিল তহিতি॥
তোমাৰ প্ৰসাদে পাপ এড়াইলোহো ঘোৰ।
তুমি সম সুহৃদ আন নাহি মোৰ॥ ৬০৫
অনেক প্ৰসাদ সন্দেশক দিল আনি।
আশেষ বুলিল প্ৰিয় মধুৰস বাণী॥
মোক লাগি সুৰা যেন থাকে সৰ্ব্বকালে।
দিলোহো মেলানি অজাই যায়োক পাতালে॥ ৬০৬
ৰাজাৰ মেলানি পাই লৰিলা অনন্ত।
কৃষ্ণ ধনঞ্জয় দুই যিঠাইত আছন্ত॥
কৃষ্ণক কৃতাঞ্জলি কৰি বুলিলা অনন্ত।
আপুনাৰ থানক লড়িলো ভগৱন্ত॥ ৬০৭
এহি বুলি পাছে যেৱে লড়িল অনন্ত।
সৰ্পলোক পাছত লড়িল অপৰ্য্যন্ত॥

মাধৱ প্ৰমুখ্যে যতেক বীৰ আছে।
সৱেহন্তে লড়িল ঘোড়াৰ পাছে পাছে ॥ ৬০৮
মণিপুৰ হন্তে উলাইল সেনা-বল।
আষাঢ় মাসৰ যেন মেঘদল ॥
জৈমুনি বদতি ৰাজা শুনা জন্মিজয়।
অৰ্জ্জুনৰ বাপুতৰ ভৈল যেন নয় ॥ ৬০৯
সমৰতে মৰিল জীলন্ত যেনমতে।
প্ৰপঞ্চে কহিলো কথা তোমাৰ আগতে ॥
অৰ্জ্জুনৰ বাপুতৰ ভৈল যেনমত।
পাণ্ডৱ অশ্বমেধ এহিমানে সমাপত ॥ ৬১০

॥ ১৬৬১ শক ॥ * ॥ * ॥ * ॥ ১৬৬১ শক ॥

যথা দৃষ্টং তথা লিখিতং লেখকে নাস্তি দূষণং।
ভীমস্যাপি ৰণে ভঙ্গো মুনেৰপি মতিভ্ৰমঃ।
দৈত্যকুলে ৰমানন্দদাসে লিখিতং ॥
সকলো বৈষ্ণৱক নমস্কাৰ ॥
ৰবিবাৰে তিনি প্ৰহৰত পুস্তক সমাপতং ॥
শ্ৰাৱণ মাস… ॥

# ॥ তাম্ৰধ্বজৰ যুদ্ধ ॥

॥ শ্ৰীকৃষ্ণায় নমঃ ॥

গ্ৰন্থাৰম্ভ

জয়তি পাণ্ডৱগণ হৰিত ভকত।
অশ্বমেধ যজ্ঞ কৰি তুষিলা কৃষ্ণক ॥
গোত্ৰহত্যা পাতেকৰ তাহাৰ কাৰণে।
অশ্বমেধ পদ বিপ্ৰ হৰিদাসে ভণে ॥ ১
জন্মিজয় বদতি শুনিয়ো মুনিবৰ।
শুনিলো অমৃত কথা তোমাৰ মুখৰ ॥
আৰু মাধৱৰ গুণ-গণে অলঙ্কৃত।
তাক শুনিবাক দিলে শুনিবা ৰুচিত ॥ ২ ॥
মণিপুৰ হন্তে যেবে ঘোৰা ভৈলা বাঝ।
কহিয়োক ঋষি ঘোৰা গৈল কোন ৰাজ ॥
হস্তিনাপুৰক লাগি গৈলা ভীমসেন।
কোন কৰ্ম্ম কৰিলা মাধৱ জনাৰ্দ্দন ॥ ৩ ॥
কোনোবা নৃপতি পাছে ধৰিলন্ত হয়।
কোন কৰ্ম্ম কৰিলা মাধৱ ধনঞ্জয় ॥
জৈমুনি বদতি তুমি শুনা জন্মিজয়।
মাধৱৰ গুণ কোনে জানে সমুদায় ॥ ৪ ॥
তথাপি কহিবো কিছু তোমাৰ কাৰণে।
যেন যেন কৰ্ম্ম কৰিলন্ত নাৰায়ণে ॥

পাণ্ডৱৰ যজ্ঞঘোৰাৰ বাণপুৰ প্ৰৱেশ

মণিপুৰ হন্তে যেবে ঘোৰা বাজ ভৈল।
বাণপুৰ নামে নগৰক লাগি গৈল ॥ ৫ ॥

গুণ-গণ কথন নযাই সেই নগৰৰ।
ময়ূৰধ্বজ নামে তাত ভৈলা নৃপবৰ॥
পুণ্যৱন্ত গুণৱন্ত সদা কৰ্ম্মশালী।
দুষ্টক দণ্ডন্ত মহন্তক প্ৰতিপালি॥ ৬॥
গুৰু দ্বিজ-দেৱৰ সেৱাত বৰ ৰতি।
স্বপ্নে জ্ঞানে ধ্যানে তাৰ বিষ্ণুত ভকতি॥
তেহু ময়ূধ্বৰ্জ ৰাজা সেই সময়ত।
ছয়গোটা অশ্বমেধ কৰি সমাপত॥ ৭॥
সপ্তম ক্ৰতুক লাগি কৰি সব সাজ।
ঘোৰা মেলি ৰক্ষা দিলা পুত্ৰ তাম্ৰধ্বজ॥

ময়ূৰধ্বজৰ যজ্ঞ-ঘোঁৰাৰ লগত সংঘৰ্ষ

চৈত্ৰৰ পূৰ্ণিমা দিনা ঘোৰাক মেলিলা।
বংশধ্বজ মন্ত্ৰীক লগত ৰক্ষা দিলা॥ ৮॥
দশোদিশে ফুৰি ঘোৰা পশিলেক বন।
পাণ্ডৱৰ ঘোৰা সমে ভৈলা দৰিশন॥
পাণ্ডৱৰ ঘোৰাক ৰাজৰ ঘোৰা দেখি।
থিৰ কৰিল তবধ দুই আখি॥ ৯॥
দুইকো ক্ৰোধ কৰি দিলেক কামোৰ।
এৰাইতে নুৱাৰি কৰে আজোৰ-পিজোৰ॥
দুয়ো ঘোৰা ভাগৰি অন্তৰি পাছ ভৰি।
চৰণ প্ৰহাৰে দুয়ো অসংখ্যাত কৰি॥ ১০॥
তথাপিতো নভৈল ঘোৰাৰ ভঙ্গ জয়।
কৌতূহলে চাই আছে ৰাজাৰ তনয়॥
হাসি তাম্ৰধ্বজে বোলে শুনা মন্ত্ৰীবৰ।
দেখি আকলিলো এক ঘোটক যজ্ঞৰ॥ ১১॥
কপালত আছে সুবৰ্ণৰ পত্ৰখান।
চাহিয়ো কাহাৰ ঘোৰা পত্ৰ কাঢ়ি আন॥

ৰাজাৰ বচনে মন্ত্ৰী গৈলা আগ বাঢ়ি।
আনিলেক পত্ৰ ঘোৰাৰ কপালৰ কাঢ়ি॥ ১২॥
ৰাজাৰ বচনে পত্ৰ ধৰি তেতিক্ষণ।
কহিলন্ত যেন তান পত্ৰৰ লক্ষণ॥
যুধিষ্ঠিৰ নামে ৰাজা পাণ্ডুৰ তনয়।
জ্ঞাতিবৰ্গ মাৰি অধৰ্ম্মত ভৈলা ভয়॥ ১৩॥
অশ্বমেধ যজ্ঞ হেতু মেলিলন্ত হয়।
ঘোৰা মেলি ৰক্ষা দিলা কৃষ্ণ ধনঞ্জয়॥

পাণ্ডৱৰ যজ্ঞঘোৰা ধৰা সম্পৰ্কে তাম্ৰধ্বজ আৰু মন্ত্ৰী বংশধ্বজৰ আলোচনা

যাহাৰ শকতি আছে ঘোৰাক ধৰোক।
নুহি সমৰাজে আসি যজ্ঞক বৰোক॥ ১৪॥
পত্ৰ শুনি কপিলন্ত ময়ূৰ্ধ্বজ সুত।
শুনি আছো ধনঞ্জয় স্নেহ অদভুত॥
অৰ্জ্জুনৰ বচনে অনেক ৰাজাগণ।
তেহে সমে সাজি-পাৰি সবে দিয়া ৰণ॥ ১৫॥
সুৰাসুৰ নৰে সৰ্ব্বক্ষণে পূজে যাক।
তেহো পাণ্ডৱৰ লগে আইলা যুঝিবাক॥
হংসধ্বজ আইলা অৰ্জ্জুনৰ সখা হুই।
নীলকেতু অনুশাল্ব আসিলন্ত দুই॥ ১৬॥
কৰ্ণৰ তনয় আসিলন্ত বৃহকেতু।
তেহেন্তো আসিলা সমৰক মন হেতু॥
বভ্ৰুবাহা নামে যিটো মণিপুৰেশ্বৰ।
তেহো সখা হুয়া আসিলন্ত পাণ্ডৱৰ॥ ১৭॥
আনো অসংখ্যাত বীৰ আসিলন্ত সাজি।
তথাপিতো ঘোৰা ধৰো ভয় এৰি আজি॥
হেন কথা কহিলন্ত মন্ত্ৰীত বুঝাই।
ডুনাই মাতিলা ৰাজা সকলক চাই॥ ১৮॥

দেখিয়োক কটক বাপৰ কেন ভাগ।
এক ঘোৰা ৰাখন্তে আউৰ ঘোৰা পালো লাগ ॥
পিতৃ হয় মেলি আছে সপ্ত যজ্ঞহেতু।
এহি ঘোৰা ধৰিলে হুইবেক অষ্ট ক্রতু ॥ ১৯ ॥
যত যত যজ্ঞ কৰি আছয় প্ৰথমত।
হাতে হাতে বাপে দণ্ড কৃষ্ণক দিৱন্ত ॥
ইবেলিসে যজ্ঞৰ সকলে হুইবে সিদ্ধি।
যেন পানী খোজন্তে দধিক দিলা বিধি ॥ ২০ ॥
তুমি সবে হেলা নকৰিয়োক বীৰগণ।
কত কত জনায়োক পাইলে ঘোৰা ৰণ ॥
যেনমতে বাপুক জিনিবে বলে ছলে।
তেহ্ন কৰ্ম্ম কৰি আজি থাক সমদলে ॥ ২১ ॥
অল্প ক্ষেত্ৰি নোহে জানো যুদ্ধত বিশেষ।
যথা ধনঞ্জয় ৰিপুকেতু হৃষীকেশ ॥
বংশধ্বজ মন্ত্ৰী বোলে শুনা নৰেশ্বৰ।
আমাৰ বিস্তৰ সেনা অল্প পাণ্ডৱৰ ॥ ২২ ॥
একক শতেক ধৰি আন্টিবাক পাৰো।
তুমি মহা ভয় কৰা আতেসে মঞি মৰো ॥
যি বুলিলা বভ্ৰুবাহা নৃপতি ডাঙৰ।
সিও খাটনিয়া ৰাজা তোমাৰ বাপৰ ॥ ২৩ ॥
আন যত ধন দেই লেখা কোনে কৰে।
মুক্তাময় কৰিলেক তোমাৰ নগৰে ॥
মঞি হেন যাওঁ প্ৰভু তোমাৰ লগত।
যত ৰাজা আসি আছে সৱে তৃণৱত ॥ ২৪ ॥
অপ্ৰয়াসে জানিবা খানিকো নাই শঙ্কা।
হস্তীৰ আগত যেন কদলীৰ পখা ॥

তাম্ৰধ্বজ নৃপতি মন্ত্ৰীত অনন্তৰে।
আনো সব বীৰক যে কোনে লেখা কৰে ॥ ২৫ ॥
স্বৰূপে কহিলো মই হৃদয়ৰ বাণী।
নাৰদৰ মুখে যেন কথা আছো শুনি ॥
মোৰ পিতৃ-আগত নাৰদ দেৱ ঋষি।
সমাজত যেন কথা কহিলা হৰিষি ॥ ২৬ ॥
নৰ নাৰায়ণ নামে ত্ৰৈলোক্যে প্ৰখ্যাত।
কৃষ্ণ ধনঞ্জয় ৰূপে দুয়ো ভৈলা জাত ॥
বভ্ৰুবাহা বৃষকেতু ৰাজা দুৰ্য্যোধন।
কাম অনিৰুদ্ধ পাছে হুইবেক সমান ॥ ২৭ ॥
সি কাৰণে যুদ্ধ বৰ হুইবেক ডাঙৰ।
অৰ্দ্ধচন্দ্ৰ বেহুখান পাতা কটকৰ ॥

যুদ্ধৰ আয়োজন

পাঞ্চজন্য শঙ্খগোট বজান্ত মাধৱে।
দেৱদত্ত নামে শঙ্খ বজান্ত পাণ্ডৱে ॥ ২৮ ॥
আনো অসংখ্যাত বাদ্য বজাইলা অনেক।
তাসম্বাৰ নাম মঞি কহিবো কতেক ॥
অৰ্দ্ধচন্দ্ৰ বেহুক পাতিলা বীৰগণ।
সকল সেনাৰ মাজে মাধৱ প্ৰধান ॥ ২৯ ॥
হেন দেখি নাৰায়ণে অৰ্জ্জুনক চাই।
পূৰ্ব্বাপৰ চাই প্ৰভু বুলিলা বুজাই ॥
সেহিবেলা তাম্ৰধ্বজে হৰিষ বদনে।
মাধৱক মাতিলন্ত মধুৰ বচনে ॥ ৩০ ॥
পাণ্ডৱৰ ঘোৰা ধৰি আছোহো সম্প্ৰতি।
মেলায়োক তাক যদি আছয় শকতি ॥
মই ঘোৰা মেলিয়াছো যজ্ঞৰ নিদানে।
সম্প্ৰতি আছয় ঘোৰা তযু সন্নিধানে ॥ ৩১ ॥

যেবে পুনৃগ হুয়াছে ঘোৰা ধৰিবাক।
পাছে কেনে কৰ্ম্ম কৰো তাক দেখিয়োক॥
আন বীৰ সহিতে যুঁজিলে নাই ৰস।
জিনিলেও যশ নাই হাৰিলে কুযশ॥ ৩২॥
তুমি আমি যুদ্ধ কৰো কৌতূহল মনে।
উদাসীনৰূপে চাহি থাকে সৰ্ব্বজনে॥
সাৰঙ্গ ধৰিয়া নোহে যুজ্ঝা চক্ৰ ধৰি।
নুহি আনমতে যুঝা গদা আদি কৰি॥ ৩৩॥
তথাপি তোমাক লাগি নাহি কিছু ভয়।
তুমি নুহি যুজা যুজন্তোক ধনঞ্জয়॥

তাম্ৰধ্বজ আৰু পাণ্ডৱী সেনাৰ মাজত যুদ্ধাৰম্ভ

এহি বুলি তাম্ৰধ্বজে পাণ্ডৱী সেনাক।
মাৰিলন্ত শৰ অৰ্দ্ধচন্দ্ৰ ঝাকে ঝাক॥ ৩৪॥
আনো অসংখ্যাত শৰ মাৰিলা বিস্তৰ।
মহামৰ্ম্ম লাগি গৈলা সকলে কটকৰ॥
তাত পাছে তাম্ৰধ্বজে ধনুখান টানি।
ভেদিলন্ত অৰ্জ্জুনক সাত শৰ হানি॥ ৩৫॥
কৃষ্ণৰ হৃদয় ভেদিলেক কুৰি শৰে।
কৌতূহলে শঙ্খনাদ কৰিলা বিস্তৰে॥
দাৰুকক থাসিলা প্ৰচণ্ড চাৰি শৰে।
চাৰি ঘোৰা ভেদিলন্ত তাত অনন্তৰে॥ ৩৬॥
নৱ শৰে সাত্যকিক বিন্ধিলন্ত টানে।
কৃতবৰ্ম্মা বীৰকো বিন্ধিলা তীক্ষ্ণ বাণে॥
কামকো মাৰিলা কোপে শৰ সহস্ৰেক।
অনিৰুদ্ধ বীৰকো মাৰিলা অযুতেক॥ ৩৭॥
আন সৱ বীৰগণ আছিলা যতেক।
কতো শৰে ফুটিলেক কতো মৰিলেক॥

আগ বাঢ়ি অনিৰুদ্ধে বুলিলা বচন।
নোবোলাই শৰ মাৰা বৰ বৰ জন॥ ৩৮॥
থাক তাম্ৰধ্বজ আজি দেখ পৰাক্ৰম।
হেন জানি তোক লাগি বাঢ়ি আছো যম॥
স্বৰূপত তই যদি নেৰস ঘোটক।
কোনে এৰিবেক আজি খুজিএৰো তোক॥ ৩৯॥
হেন জানি তোৰ থান ভৈলা যমপুৰী।
কোনে তোক ৰাখিবেক নপাওঁ খুজি লুড়ি॥
তাম্ৰধ্বজে বোলে অনিৰুদ্ধ অগিয়ান।
সম্মুখ সমৰে নিন্দা কৰা এতমান॥ ৪০॥
শুনি আছো মদনৰ পাঞ্চ পুষ্পবাণ।
ফল বন পত্ৰত শৰত কিবা টান॥
তিৰীচোৰ পাপিষ্ঠ অধম অনিৰুদ্ধ।
খেদি পাই বাণ ৰাজা কৰিলেক যুদ্ধ॥ ৪১॥
বাণে মাৰিলে হন্তে কৰিলি হন্তে কি।
প্ৰাণ নামাৰিলেক বিধৱা হৱে জী॥
বাণ শশুৰৰ হানে নৰাখিবো তোক।
সমৰত মাৰিবো দেখোক সৰ্ব্বলোক॥ ৪২॥
তাম্ৰধ্বজ আৰু অনিৰুদ্ধৰ যুদ্ধ
কৃষ্ণৰ আগত যমপুৰে দিবো ঠাই।
মঞি বুজো তই কতমান ধনুৰাই॥
ক্ৰোধে অনিৰুদ্ধে মাৰিলন্ত পাঞ্চশৰ।
প্ৰলয় কালৰ বহ্নিকুণ্ড সমসৰ॥ ৪৩॥
তাম্ৰধ্বজে দেখে খেদি আহে পাঞ্চ বাণ।
শৰ হানি বাটতে কৰিলা খান খান॥
শুনা নৰলোক এৰিয়োক আন কাম।
জন্মৰ সাফল কৰি বোলা ৰাম ৰাম॥ ৪৪॥

সেহিবেলা তাম্ৰধ্বজে ধনুখান ধৰি।
নৱগোটা শৰ প্ৰহাৰিলা দৃঢ় কৰি॥
অনিৰুদ্ধে দেখে শৰ আসে আকাশত।
পাঞ্চ পাঞ্চ খান কৰি কাটিলা পথত॥ ৪৫॥
দুনাই অনিৰুদ্ধে শৰ কৰিলা প্ৰহাৰ।
চাৰি শৰে চাৰি ঘোঁৰা মাৰিলা যাহাৰ॥
... ... ... ... ... ... ...
সাৰথিৰ শিৰ ছেদিলন্ত আউৰ শৰে॥ ৪৬॥
অনিৰুদ্ধ শৰে খেদি কাটে নানাভাৱে।
হস্তী ঘোঁৰা পদাতিক যাকে যৈত পাৱে॥
কাহাৰো কাটিলা কেশ কাৰো ললাটত।
কাৰো নাক ছেদি ভৈলা কাহাৰো মুণ্ডত॥ ৪৭॥
কতো কতো বীৰৰযে কাটিলেক গল।
কাৰো বাহু ছেদ ভৈলা কাৰো বক্ষস্থল॥
কাহাৰো কাটিলা গল কাহাৰো আঙ্গুলি।
কতো কান্ধ-ভাগে কাটিলেক মহাবলী॥ ৪৮॥
প্ৰমত্ত দন্তাল হস্তী বিস্তৰ মৰিল।
যেন মহাবীৰগণে শিলা বৰষিল॥
মহাভয় হুয়া ৰাজা পাছত লৰৰে।
দিবিধ বানৰ যেন পৰ্ব্বত উপৰে॥ ৪৯॥
সিবেলাত কামদেৱ-সুত অনিৰুদ্ধে।
তিনি অক্ষৌহিণী সেনা মাৰিলন্ত যুদ্ধে॥
আনোসব সেনাগণ মাৰিল বিস্তৰ।
উচ্ছ্ৰিত বহ্নিত যেন জাস পতঙ্গৰ॥ ৫০॥
তৃণসম কৰি ৰথ কাটিল বিস্তৰ।
ভয় হন্তে হস্তী ঘোঁৰা এৰিলা বিস্তৰ॥

ৰাহুতে মাহুতে সমন্বিতে হস্তী হয়।
বিস্তৰ কাটিলা কামদেৱৰ তনয় ॥ ৫১ ॥
হেন দেখি তাম্ৰধ্বজে মাৰিলন্ত বাণ।
অনিৰুদ্ধ বীৰৰ কাটিলা ৰথখান ॥
শৰীৰত ভেদিলা নিঃশেষ শৰ ঘাৱে।
ধনু ধৰি যান্ত অনিৰুদ্ধে ভূমি-পাৱে ॥ ৫২ ॥
কোপে অনিৰুদ্ধে মাৰিলন্ত বহু বাণ।
তাম্ৰধ্বজ ৰজাৰ কাটিলা ৰথখান ॥
ৰথ এৰি দুয়ো বীৰ যাই ভূমি-পাৱে।
দুইহানো শৰীৰ খণ্ড ভৈলা শৰ ঘাৱে ॥ ৫৩ ॥
অনিৰুদ্ধ বীৰ আগে আছন্ত ভাগৰি।
তাম্ৰধ্বজে শৰ মাৰিলন্ত দৃঢ় কৰি ॥
মূৰ্চ্ছা গৈলা অনিৰুদ্ধ ভৈলা অশকত।
ৰঙ্গমনে তাম্ৰধ্বজ উঠিলা ৰথত ॥ ৫৪ ॥
শৰ ছোটে অনিৰুদ্ধ পৰিলন্ত ঢলি।
আউৰ শৰ মাৰিলন্ত তাম্ৰধ্বজ বলী ॥

অনিৰুদ্ধৰ পৰাজয় আৰু মূৰ্চ্ছা

অনিৰুদ্ধ মূৰ্চ্ছা গৈলা দেখি কাম বলী।
পুত্ৰৰ সন্তাপে সমৰক গৈলা চলি ॥ ৫৫ ॥
পাঞ্চ শৰে বিমুখ কৰাইলা তাম্ৰকেতু।
তযু পুত্ৰ নাতিক জিনি ৰণ হেতু ॥
তুমিও যুজিয়োক কেনে মোৰ বল।
মই শিখিবাৰ শৰ কৰিবো সাফল ॥ ৫৬ ॥
হেন শুনি বৃহকেতু ধাইলা তেতিক্ষণ।
সেৱক আছন্তে কেনে যুঁজে নাৰায়ণ ॥

বৃষকেতুৰ যুদ্ধ আৰু পৰাজয়

মোক যুজিয়োক বুলি মাৰিলেক বাণ।
তাম্ৰধ্বজ ৰজাৰ কাটিলা ৰথখান ॥ ৫৭ ॥

আন ৰথখান যোগাইলা ৰাজাক।
দুনাই বৃহকেতু বীৰে কাটিলন্ত তাক॥
সিবেলাত যত মান যোগাইলন্ত ৰথ।
সবে বৃহকেতু বীৰে নিলা যম-পথ॥ ৫৮॥
তিনি শত ৰথ যোগাইলন্ত সিবেলাত।
সবে বৃহকেতু বীৰে কৰিলা নিপাত॥
ৰথ হত ভৈলা দেখি ৰাজা তাম্ৰধ্বজ।
ধনু-শৰ ধৰি যুজিবাক ভৈলা সাজ॥ ৫৯॥
আকৰ্ণ পূৰিয়া শৰ মাৰিলা নৃপতি।
হৃদয়ত পৰি বৃহকেতু ভৈলা অশকতি॥
ফুৰি ফুৰি ৰথত পৰিলা অচেতন।
দেখি অনুশাল্ব গোট ভৈলা তেতিক্ষণ॥ ৬০॥
অন্যসব বীৰক মাৰিলা তিনি বাণ।
মূৰ্চ্ছা গৈয়া পৰিলেক নগৈলা পৰাণ॥
হেন দেখি যুৱৰাজ শৰধনু ধৰি।
তাহাঙ্ক নৃপতি তাৰিলা দৃঢ় কৰি॥ ৬১॥
সাত্যকিৰ পৰাজয় সাত্যকি দেখন্ত তাম্ৰধ্বজ ভৈলা ছাৰ।
সাত শৰে কাটি ঘোৰা পেলাইলা ৰাজাৰ॥
ঘোৰা কাটি শঙ্খনাদ কৰিল সাত্যকি।
আনৰথে চৰি ধাইল খানিকো নাপেক্ষি॥ ৬২॥
সাত্যকিক তিনি শৰে ভূমিত পেলাইলা।
দেখি কৃতবৰ্ম্মা তেতিক্ষণে ধাইলা॥
কৃতবৰ্ম্মা বীৰকো তাৰিলা সাত শৰ।
শৰে ফুটি কৃতবৰ্ম্মা চেতন নকৰ॥ ৬৩॥
কৃতবৰ্ম্মাৰ পতন তাম্ৰধ্বজ বীৰে ফুটিলেক যত বীৰ।
ৰথ এৰি পৃথিৱীত তেজিলা শৰীৰ॥

পুণ্যক্ষীণ প্ৰাণী যেন স্বৰ্গ পথ এৰি।
নিৰাশ্ৰয় ৰূপে ধৰণীত থাকে পৰি ॥ ৬৫ ॥
সেহিবেলা বক্ৰুবাহা শৰ ধনু ধৰি।
যুদ্ধক প্ৰবন্ধে ধাইলা অতি শীঘ্ৰ কৰি ॥
দেখি তাম্ৰধ্বজে বোলে শুনা বক্ৰুবাহ।
তোমাৰ দেখোহো যুদ্ধত বৰ উৎসাহ ॥ ৬৬ ॥

বক্ৰুবাহনৰ ঘুৰ্ঘোৰ ৰণ আৰু বিষম পৰাজয়

থাক বক্ৰুবাহা আজি কি মিলে তোহোৰ।
গোট চাৰি পাঞ্চ শৰ সহিএৰ মোৰ ॥
নোহো তেবে মোক আগে প্ৰহাৰিয়ো শৰ।
মই বুজো তই কতমান ধনুৰ্দ্ধৰ ॥ ৬৭ ॥
হেন শুনি কোপে বক্ৰুবাহা নৰেশ্বৰ।
শৰ হানি পথতে কৰিলা খান খান ॥
দুনাই তাম্ৰধ্বজে শৰ মাৰি বিপৰীত।
বক্ৰুবাহাৰ ৰথক কৰিলা চূৰ্ণাকৃত ॥ ৬৮ ॥
নৃপতিক ভূমিত পেলাইলা সাত শৰে।
মৃতক-সঙ্গতি ভৈল চেতন নকৰে ॥
নৃপতিৰ গাৰৰ ভূষণ যত যত।
ছিণ্ডি ছিণ্ডি পৃথিৱীত পৰিলা সমস্ত ॥ ৬৯ ॥
যেন তাৰাগণ খসি পৰে পৃথিৱীত।
নৃপতিৰ অলঙ্কাৰ শোভে সেহিমত ॥
পাতালক জিনিলেক যিসব নৃপতি।
তাম্ৰধ্বজ-শৰে ভৈলা মৃতক-সঙ্গতি ॥ ৭০ ॥
তথাপিতো থাক বোলে তাম্ৰধ্বজ ৰাজা।
শুনি নিশবদ ভৈলা পাণ্ডৱৰ প্ৰজা ॥
তাম্ৰধ্বজ ৰাজাৰ প্ৰচণ্ড ভাব দেখি।
পৃথিৱীত মুণ্ড দিয়া পৰিলন্ত আখি ॥ ৭১ ॥

আছোক যুজিবে নাচাৰন্ত ডৰে।
কতো কতো পলাই গৈলা দ্বীপ-দ্বীপান্তৰে ॥
ৰাহুত মাহুত পলাই হস্তী ঘোৰা এৰি।
... ... ... ... ... ... ॥ ৭২ ॥

হংসধ্বজৰ পতনত পাণ্ডৱী-সেনাৰ ছত্ৰভঙ্গ

হংসধ্বজ নৃপতিক পৰিবাৰ দেখি।
পলায় সেনাগণ সবে সমৰ উপেক্ষি ॥
বিস্তৰে কাটিলা প্ৰজা খেদি গুৰি পাই।
প্ৰজাৰ শোণিতে নদী এক বহি যায় ॥ ৭৩ ॥
কেহো কেহো পলাই যায় নদীত পৰন্ত।
কেহো কেহো তল যান্ত কেহো উপঙ্গন্ত ॥ ৭৪ ॥
কোহো উটা বুৰা কৰি চাপয় কাখৰ।
হেনয় বিপত্তি ভৈলা পাণ্ডৱী সেনাৰ ॥
কতো ৰিঙ্গ পাৰি বোলে ওবা ধনঞ্জয়।
... ... ... ... ... ॥ ৭৫ ॥
সেনা ......... লৰ দিলা পাছে টানি।
আলাগতে লুম্ফি ধৰিলন্ত চক্ৰপাণি ॥
আলগতে ধৰি নমাই থৈলন্ত ভূমিত।
ৰাজা বোলে ধনঞ্জয় ভৈল চূৰ্ণাকৃত ॥ ১০৪ ॥
কি মতে আস্ফালি পেলাইলেক নৰপতি।

অৰ্জ্জুনৰ বিপত্তি

পৰিলে জীবাক আছে ...... শকতি ॥
নাৰায়ণ দেৱৰ প্ৰসাদে ধনঞ্জয়।
ভাগ্যেসে নগৈলা মৰি যমৰ আলয় ॥ ১০৫ ॥
হেন শুনি হাসি হাসি বোলে তাম্ৰকেতু।
তথাপি প্ৰশংসা যোগ্য আমাৰ বীৰত্ব ॥
কৃষ্ণে যেবে নাৰাখন্ত অৰ্জ্জুন বীৰক।
অৱশ্যে দেখিল হন্তে যমৰ পুৰক ॥ ১০৬ ॥

তাম্ৰধ্বজৰ মূৰত কৃষ্ণৰ গদাঘাত

হেন শুনি নাৰায়ণে গদাগোট ধৰি।
নৃপতিৰ মুণ্ডত তাড়িলা দৃঢ় কৰি॥
মুণ্ড কাতি কৰিলন্ত পড়িলা হিয়াত।
ৰদ্ৰত পৰিলা যেন বজ্ৰৰ নিৰ্ঘাত॥ ১০৭॥
তেতিক্ষণে ৰথত চড়িলা নৰেশ্বৰ।

তাম্ৰধ্বজৰ লগত কৃষ্ণাৰ্জ্জুনৰ যুদ্ধ

কৃষ্ণক সম্মুখে ৰণ কৰিলা বিস্তৰ॥
সেহি সময়ত কৃপাময় চক্ৰপাণি।
অৰ্জ্জুনক সম্বোধি বুলিলা হেন বাণী॥ ১০৮॥
অবা ধনঞ্জয় তুমি হেলা পৰিহৰা।
তাম্ৰধ্বজ ৰজাক সম্মুখে ৰণ কৰা॥
মঞি আজি সাৱধানে যুঝিবো আপুনি।
ৰহিলা কটক অৰ্জ্জুনৰ বাণী শুনি॥ ১০৯॥
মহাসত্যবাদী যে নৃপতি প্ৰাণ সখি।
জোনো শঙ্কা কৰাহা অন্যায় যুদ্ধ দেখি॥
সবে মিলি হেনবা পাৰিবা জিনিবাক।
দেখা কেনমতে মাৰে আমাৰ সেনাক॥ ১১০॥
বভ্ৰুবাহা প্ৰমুখ্যে যতেক বীৰগণ।
হেন ৰূপে সবাহাঙ্কে জিনিলেক ৰণ॥
তাক লাগি নিয়ম যুদ্ধত কোন কাৰ্য্য।
সবে মিলি যুজিয়োক হোৱা বাঝ॥ ১১১॥
তুমিয়ো ... ... ... ... ... ধনঞ্জয়।
সাৰঙ্গ ধৰিয়া মঞি যুঝিবো নিশ্চয়॥
এহি বুলি দুয়ো হান্ত ধৰিলন্ত ধনু।
শৰে হৃদি ভেদিলন্ত নৃপতিৰ তনু॥ ১১২॥
তথাপিতো ভয় ৰাজা নকৰিলা মনে।
ধনু ধৰি যুজে ৰাজা সমৰে নিপুণ॥

শৰহানি দুইহানো কাটিলা ধনুর্গুণ।
গুণকাটি হাসি ৰাজা বুলিলা বচন ॥ ১১৩ ॥
সাৰথি-কৃষ্ণই যুদ্ধ কৰাত তাম্ৰধ্বজৰ শ্লেষোক্তি
অৰ্জ্জুনক ৰাখিবে তোমাৰ ভৈল মন।
সাৰথি স্বৰূপ এৰি যুঝা নাৰায়ণ ॥
অৰ্জ্জুনৰ সাৰথি ভৈলা তেতিক্ষণ।
জগতৰ গুৰু প্ৰভু দেৱ নাৰায়ণ ॥ ১১৪ ॥
কি ভিকনি শবদ ৰথ ডাকিলন্ত হৰি।
বায়ুবেগে চলে ৰথ ৰুণজুন কৰি ॥
তাম্ৰধ্বজে দেখে ঘোৰা চলে অতিশয়।
দশ শৰে মাধৱৰ ভেদিলা হৃদয় ॥ ১১৫ ॥
অৰ্জ্জুনকো ষাঠি শৰে কৰিলা প্ৰহাৰ।
তথাপিতো কোপ ক্ষমা নভৈল তাহাৰ ॥
অৰ্জ্জুনৰো ছত্ৰকো কাটিলা অনন্তৰে।
কৃষ্ণক ভেদিলা শণাইবাৰ সাত শৰে ॥ ১১৬ ॥
হেন দেখি অৰ্জ্জুনৰ নসহে পৰাণ।
শৰ হানি কাটিলা ৰাজাৰ ধনুখান ॥
নোম ছাঞ্চিবাক পাৰি হেন নাগ-শৰে।
নৃপতিৰ শৰীৰ ভেদিলা অনন্তৰে ॥ ১১৭ ॥
অৰ্জ্জুনৰ শৰে ভেদি নেই বিদূৰক।
তেতিক্ষণে আনে ৰাজা অৰ্জ্জুন পাশক ॥
তাম্ৰধ্বজৰ বুকুত কৃষ্ণৰ পদাঘাত
হেন দেখি ৰথৰ নামিয়া জগন্নাথ।
হোঁ বুলি লাথি দিলা ৰাজাৰ হিয়াত ॥
নাকে মুখে তেজ ধাৰা বহে বোম্বানলে।
গোৰকটা গাছ যেন পৰিলা নিঢালে ॥ ১১৮ ॥
মাধৱৰ চৰণ-প্ৰহাৰ পায়া ছোট।
তেতিক্ষণ মাহুতে গোটাইলা হস্তীগোট ॥

মাধৱক খঙ্গে ৰাজা যুদ্ধক প্ৰবন্ধে।
ডেৰ দিয়া তেখনে চৰিলা হস্তী-স্কন্ধে॥ ১২০ ॥
হস্তী-স্কন্ধে ছড়ি ৰাজা মাৰিলন্ত শৰ।
শৰীৰত ফুটিল অৰ্জ্জুন মাধৱৰ॥
মাৰিলন্ত ৰথকো প্ৰচণ্ড তিনি বাণ।
কুমাৰৰ চাক যেন ফুৰে ৰথখান॥ ১২১ ॥
বভ্ৰুবাহা প্ৰমুখ্যে যতেক বীৰমান।
মূৰ্চ্ছা গৈয়া পৰি আছিলেক সেহি থান॥
সেই বেলা গাৱত চেতন সবে পাইল।
শৰ-ধনু ধৰি দুনাই যুঝিবাক আইল॥ ১২২ ॥
হেন দেখি তাম্ৰধ্বজে দুইগুণে কিটাইলা।
শৰ হানি সবাকো সমৰ পালটাইলা॥
মাধৱক লাগি ৰাজা ধাইলা আতিশয়।
দেখি মাধৱৰ কোপে নসহে হৃদয়॥ ১২৩ ॥
নৃপতিৰ প্ৰতি কৃষ্ণৰ চক্ৰ-নিক্ষেপ
তেতিক্ষণে নাৰায়ণে চক্ৰপাত ধৰি।
নৃপতিক খেদি যান্ত থাক থাক কৰি॥
অদ্ভুত দেখিয়া শৰীৰ কম্পে ঘনে।
মহাভয় প্ৰৱেশিল নৃপতিৰ মনে॥ ১২৪ ॥
অনাবাৰে খলকিল সাগৰৰ জল।
মুহূৰ্ত্তে কম্পিলা গৈলা সুৰৰ মণ্ডল॥
দশোদিশে ফুৰে যেন সবাতো আকলি।
ভয়শান্ত সৰ্পগণ ভৈলেক মণ্ডলী॥ ১২৫ ॥
ভয় হুয়া সৰ্ব্বজনে কৰে গলাৰাৱ।
আতি বিপৰীত কৰ্ম্ম কৰন্ত মাধৱ॥
ৰথী হুয়া চক্ৰ ধৰি যুঝন্ত মুৰাৰি।
মহন্তে অকাৰ্য্য কৰে কি বুলিতে পাৰি॥ ১২৬ ॥

সেহিবেলা তাম্ৰধ্বজে গজ-কন্ধ এৰি।
কৃষ্ণক সম্মুখে থাকিলন্ত ধনু ধৰি॥
নৃপতিক এৰি হৰি পশিলা সেনাত।
সহস্ৰ অযুত লক্ষ কৰিলা নিপাত॥ ১২৭॥
অসংখ্যাত কটক মাৰিলা নাৰায়ণ।
হেন নাহি কেহোৱে সমুখ হুইবে ৰণ॥
অসংখ্যাত সেনা হত দেখি নৰপতি।
মাধৱক চাহি হাসি মাতিলা বিগুতি॥ ১২৮॥

তাম্ৰধ্বজৰ অনেক সেনাক্ষয় আৰু কৃষ্ণক ককৰ্থনা

ওবা নাৰায়ণ বৰ ৰণত কুশল।
আবেসে জানিলো সবে তযু মায়া-বল॥
মোক লাগি চক্ৰ ধৰি আগে আইলা ধাই।
হস্তী এৰি মাখিত কিসৰ মুনিষাই॥ ১২৯॥
সেনাসব মাৰিলা মোহোৰ বৰ ভাগ।
আবেসে তোমাক ঘনে ঘনে পাওঁ লাগ॥
ৰথ নিবে নোৱাৰোহো প্ৰজাৰ গিৰত।
আৰো কৃষ্ণ কৈক যাইবা মোহোৰ হাতত॥ ১৩০॥
আজি মঞি তোমাক চিনিবো ভালমতে।
সুদৰ্শন চক্ৰপাত ধৰিয়া হাততে॥
বাম হাতে ধৰিছা সাৰঙ্গ ধনুখান।
ভয়ঙ্কৰ গদাগোট দেখি বিদ্যমান॥ ১৩১॥
মোহোৰ বাপৰ খ্যাতি সকলে লোকত।
মোক বাপে এৰি দিলা ঘোৰাৰ আগত॥
আবে যদি ঘোৰা এৰি মঞি যাওঁ ঘৰ।
আউৰ কোন লাজে মুখ চাহিবো বাপৰ॥ ১৩২॥
আৰু এক কথা শুনি আছোহো তোমাৰ।
যৈসানি সমৰ ভৈলা সুধন্বা অৰ্জ্জুনৰ॥

অৰ্জ্জুনৰ জয়হেতু তুষিলাহা ধৰ্ম্ম।
আজি শৰীৰক লাগি নকৰিলা মৰ্ম্ম ॥ ১৩৩ ॥
চক্র সমন্বিতে যিটো তোমাক ধৰিবো।
বাপৰ যজ্ঞত নিয়া ভেন্ট কৰাই দিবো ॥
অশ্বমেধ যজ্ঞ বাপে কৰিলা বহুত।
আজি যজ্ঞ কৰিবন্ত প্রত্যেক যুগৰ ॥ ১৩৪ ॥
এহি বুলি পাইলা যাই ভৰি পাঞ্চ-সাত।
দুই হাতে চপায়া ধৰিলা এক হাত ॥
বাম হাতে কৃষ্ণৰ চৰণ লাগ পাইল।
নিমিষেকো নলাগিল তুলিয়া লগাইল ॥ ১৩৫ ॥
মুণ্ডৰ উপৰে মাধৱক আনি ধৰি।
অৰ্জ্জুনক খেদি গৈলা থাক থাক কৰি ॥
মাধৱক আস্ফালিবো তোমাৰ শৰীৰে।
দুই বীৰ মৰি গৈল যমৰ নগৰে ॥ ১৩৬ ॥
অৰ্জ্জুনে দেখন্ত মাধৱক আনে ধৰি।
গুণত জুৰিলা শৰ অতি শীঘ্র কৰি ॥
মাধৱে বোলন্ত শৰ সত্বৰে মাৰা সখি।
মাৰিলা অৰ্জ্জুনে শৰ খণেকো নাপেখি ॥ ১৩৭ ॥
অৰ্জ্জুনৰ শৰক সহিলা হিয়া পাতি।
অৰ্জ্জুনকো নৃপতি মাৰিলা এক লাথি ॥

তাম্রধ্বজৰ হাতত কৃষ্ণাৰ্জ্জুন বন্দী

কৃষ্ণ অৰ্জ্জুনক দুইকো ধৰিলা চপাই।
এক পিণ্ড ভৈল যেন চিনন নযাই ॥ ১৩৮ ॥
মাধৱে বোলন্ত বৰ অকাৰ্য্য মিলিলা।
গাৱে বল আছে মানে আন্দোলেক দিল ॥
আন্দোলক পায়া বীৰে বিমূৰ্চ্ছিত ভৈল।
পৃথিৱীত পৰি পাছে চেতন লভিল ॥ ১৩৯ ॥

তাম্ৰধ্বজৰ আস্ফালনত কৃষ্ণাৰ্জ্জুনৰ মূৰ্চ্ছা আৰু যজ্ঞ ঘোৰা ধৃত

হাতৰ আছাৰ পাই কৃষ্ণ ধনঞ্জয়।
বিমোহিত হুয়া আতি কম্পয় হৃদয়॥
সুস্থ হুয়া নৃপতি চাহন্ত তেতিক্ষণ।
দেখি কৃষ্ণ অৰ্জ্জুন মোহিত ভৈল মন॥ ১৪০॥
............বীৰে চকু মেলি চাই।
যজ্ঞৰ ঘোৰাক মেলি নগৰক যাই॥
বৰ বৰ সেনা যেবে পৰাজিত ভৈলা।
তেবেসে নৃপতি নগৰক লাগি গৈলা॥ ১৪১॥
শুনা সভাসদ পদ ভাৰতৰ কথা।
মনুষ্য জন্মক আবে নকৰিয়ো বৃথা॥
মৰণ-সময়ে লৰা মাধৱৰ নাম।
কায় বাক্য মনে ভজি বোলা ৰাম ৰাম॥ ১৪২॥

দিনা কতিপয়ে পাছে পাইলন্ত নগৰ।
দুৱাৰত বহি থাকিলন্ত নৃপবৰ॥
দুৱৰীয়ো তেতিক্ষণে ৰাজাত জনাইলা।
ঘোৰা সমন্বিতে ৰাজা পুত্ৰক নিয়াইলা॥ ১৪৩॥
হাসি ময়ূৰ্ধ্বজ ৰাজা বুলিলা বচন।
বৰিষেক নতু হন্তে কিয় আগমন॥
আউৰ ঘোৰাগোট দেখো কোনোবা ৰাজাৰ।
শুনি তাম্ৰধ্বজে কৰিলন্ত নমস্কাৰ॥ ১৪৪॥
তাম্ৰধ্বজে বোলে শুনা ৰাজা তত্ত্ব-বাণী।
যুধিষ্ঠিৰ নৃপতিক জানি বা নজানি॥

ময়ূৰধ্বজৰ আগত তাম্ৰধ্বজৰ দ্বাৰা পাণ্ডৱী ঘোৰা উপস্থাপন

তেহেন্তেসে যজ্ঞ কৰি মেলিলন্ত হয়।
ঘোৰা মেলি ৰক্ষা দিলা কৃষ্ণ ধনঞ্জয়॥ ১৪৫॥
আউৰ অসংখ্যাত বীৰ ফুৰন্ত লগত।
তাসম্বাৰ নাম মঞি কহিবো কতেক॥

ঘোৰাক ধৰিলো তাসম্বাক যুদ্ধ দিলো।
সন্মুখ সমৰে জিনি ঘোৰাক আনিলো ॥ ১৪৬ ॥
তোমাৰ যে মন্ত্রী বংশধ্বজ নাম।
তেহেন্তে সমৰ মোৰ জানন্ত সংগ্রাম ॥
ইহান্তে পুছিয়ো যত কথা যেন ভৈল।
ৰাজাক প্রণামি মন্ত্রী কহিবাক লৈল ॥ ১৪৭ ॥

বংশধ্বজৰ দ্বাৰা ঘোঁৰা ধৰাৰ বৃত্তান্ত কথন

বংশধ্বজ মন্ত্রী বোলে শুনা নৰেশ্বৰ।
স্বৰূপ কহিবো কথা তোমাৰ চৰণ ॥
ঘোৰা ৰাখিবাক গৈলো তোমাৰ কাৰণে।
দশোদিশে ফুৰি ঘোৰা পশিলেক বনে ॥ ১৪৮ ॥
পাণ্ডৱৰ ঘোৰাও পশিলা সেহি বন।
আমাৰ ঘোৰাক গৈয়া পাইলা দৰিশন ॥
দুয়ো ঘোৰা যুঝিলেক চৰণ-প্রহাৰে।
পাছে মোক আদেশিলা তোমাৰ কুমাৰে ॥ ১৪৯ ॥
দুয়ো ঘোৰাগোট ধৰ নকৰিবা ডৰ।
অষ্টগোট যজ্ঞ আবে সিজিবে বাপৰ ॥
হেন শুনি ঘোৰা মঞি ধৰিলোহো ৰঙ্গে।
পাণ্ডৱৰ সেনাগণে যুদ্ধ দিলা খঙ্গে ॥ ১৫০ ॥
কামদেৱ প্রমুখ্যে যতেক বীৰগণ।
তোমাৰ পুত্রত সবে হাৰিলেক ৰণ ॥
পাছে কৃষ্ণ ধনঞ্জয় সংগ্রাম কৰিল।
তাম্রধ্বজে বাহুবলে দুইহাঙ্কো ধৰিল ॥ ১৫১ ॥
পৃথিৱীত পাছে আস্ফালিলা দৃঢ় কৰি।
দুয়ো বীৰ মূৰ্চ্ছা যাই থাকিলন্ত পৰি ॥
সেহিবেলা আসি আমি পশিলো নগৰ।
নজানোহো পাছে কি কৰিলা দামোদৰ ॥ ১৫২ ॥

আমি সবে কল্যাণে আসিলো তযু সঙ্গে।
পাণ্ডৱৰ ঘোৰাগোট যোগাবা কমনে॥
শুনি ময়ূৰ্ধ্বজ ৰাজা চপৰাইল মাথ।
সবল বৃক্ষত যেন পৰিলা নিৰ্ঘাত॥ ১৫৩॥

কৃষ্ণাৰ্জ্জুনক এৰি ঘোৰা অনাৰ কাৰণে তাম্ৰধ্বজৰ প্ৰতি ময়ূৰধ্বজৰ কটু বাক্য বৰ্ষণ

কতোবেলি সহি পাছে মাতিলন্ত ৰাজা।
পাপিষ্ঠ কুপুত্ৰ তই কৰিলি অকাৰ্য্য॥
ঘোৰাক আনিলি তই মাধৱক এৰি।
হা বিধি কি কৰি বঞ্চিলা দেৱ হৰি॥ ১৫৪॥
মাধৱত পৰে কোন আছে সংসাৰত।
মনুষ্যৰ চেষ্টা হেন দেখায়া লোকত॥
ঘোৰা আনি কোন কৰ্ম্ম কৰিলি পাপিষ্ঠ।
মাধৱক এৰি মোৰ চিন্তিলি অনিষ্ট॥ ১৫৫॥
সুহৃদ নভৈল পুত্ৰ শত্ৰু ভৈলি তই।
কৃষ্ণ ব্যতিৰেকে ঘোৰা কি কৰিবো মই॥
সকলে জগতে তৰে যাৰ নাম স্মৰি।
চক্ষু দেখি তাঙ্কো এৰিলা কেন কৰি॥ ১৫৬॥
যেহেন দুৰ্ভগা নাৰী পাইলে স্বামী সঙ্গ।
আজি কৰ্ম্ম সিঝে বুলি কৰে মহাৰঙ্গ॥
দুইহানো নিদ্ৰাত সকলে নিশা গৈলা।
কুলাঙ্গাৰ পুত্ৰ তোৰ সেহি নয় ভৈলা॥ ১৫৭॥
দূৰ হোৱা পাপিষ্ঠ মোহোৰ সমাজৰ।
কুলাঙ্গাৰ পুত্ৰ ভৈলি মোহোৰ বংশৰ॥
আপোনাৰ চক্ষু হেন দেখিয়ো নুবুঝে।
তুলসীক এৰি কোনে চোৰাতক পূজে॥ ১৫৮॥
যেন বিমোহিত হুয়া কোনো ৰসেক।
বিমল কমল মালা পাৱে পিন্ধিলেক॥

বন্দুলিৰ মালা আৰি মাথাত পিন্ধয়।
হৰি এৰি ঘোৰা মেলি তোৰ সেহি নয়॥ ১৫৯॥
ৰাজ্য-ভাৰ সুখভোগ্য সবে পৰিহৰি।
কৃষ্ণ অৰ্জ্জুনক গৈয়া থাকো সেৱা কৰি॥
কি কৰিলি পুত্ৰ তই মনত অসুখ।
ইহেন কালত নেদেখিলো কৃষ্ণমুখ॥ ১৬০॥
লাভক চাহন্তে মোৰ মূলৰ ভৈলা হানি।
সোণা এৰি দিলি তই সনিয়াত গান্থি॥
তোক মোৰ নিন্দা বুলিবাক কোন কাৰ্য্য।
স্বৰূপক চাহন্তে মোহোৰ লাগে লাজ॥ ১৬১॥
তই অবিকলে মাধৱক পাইলি লাগ।
মই নেদেখিলো হৰি ইটো সে অভাগ্য॥
হেন আলোচন কৰিয়া নৃপবৰ।
মাধৱক চিন্তি থাকিলন্ত নিজ ঘৰ॥ ১৬২॥
অনেক প্ৰকাৰে নিন্দা কৰিলা পুত্ৰক।
হাতে পাই এৰি দিলি দেৱ গোৱিন্দক॥
জয়মুনি বদতি জন্মিজয় নৃপবৰ।
আনো অসন্তোষ ৰাজা কৰিলা বিস্তৰ॥ ১৬৩॥
নৃপতিৰ অসন্তোষ এহিমানে থওঁ।
কৃষ্ণে কি কৰিলা পাচে তাৰ কথা কওঁ॥
সেহিবেলা নাৰায়ণে লভিলা চেতন।
অৰ্জ্জুনেও চেতন লভিলা তেতিক্ষণ॥ ১৬৪॥
আনো সব বীৰগণ কৰিল মূৰ্চ্ছিত।
চেতন লভিয়া উঠি বসিলা মাটিত॥
চেতন লভিয়া উঠি ধনঞ্জয় বীৰ।
দশন অধৰ চোবায় কাম্পয় শৰীৰ॥ ১৬৫॥

কৃষ্ণাৰ্জ্জুন আদিৰ চেতনলাভ আৰু ঘোঁৰা নেদেখি পুনৰ যুদ্ধোদ্যত

থাক তাম্ৰধ্বজ আজি দেখ পৰাক্ৰম।
হেন জান তোক লাগি বাঢ়ি আইল যম॥
এহি বুলি ধনঞ্জয়ে দশোদিশে চাইল।
সমৰ ভূমিত খুজি ৰাজাক নপাইল॥ ১৬৬॥
যজ্ঞৰ ঘোটক দুই তথাত নেদেখি।
অৰ্জ্জুনে বোলন্ত হেৰা শুনা প্ৰাণসখি॥
আমাসাক পীড়িলে মাৰিল বহু প্ৰজা।
প্ৰাণসখি পলাই গৈলা তাম্ৰধ্বজ ৰাজা॥ ১৬৭॥
তাক লাগি বাহিয়োক সকলে মোৰ ৰথ।
নৃপতিক মাৰি আজি পেশো যম-পথ॥
তাক নামাৰিলে ঘোৰা পাইবে কোন হেতু।
ঘোৰাক নাপাইলে নোহে অশ্বমেধ ক্ৰতু॥ ১৬৮॥
হেন জানি যেন যুৱাই কৰিয়ো মাধৱ।
তোমাৰ পালনীয়া যতেক পাণ্ডৱ॥
মাধৱে বোলন্ত শুনিয়োক প্ৰাণসখি।
যি কৰিবে পাৰো তাক দেখি বা নেদেখি॥ ১৬৯॥
তুমি আমি সহিতে যুঝিলে সমদলে।
সবাহাঙ্কে ধনঞ্জয়ে জীৱ যে·········

* * *

······নে পুত্ৰ জীয়াইবো তোমাৰ॥ ২৭৮॥
আমি বলি ভৈলোহো তোমাৰ কিবা নাঠি।
দোলাত যিজন যায় উজনি কি ভাটী॥
বালি যেবে নিশেষে তোমাৰ কাৰ্য্য।
যেনে তেনে তুষ্ট মাত্ৰ হৌক সিংহৰাজ॥ ২৭৯॥
যিমতে তোমাৰ পুত্ৰ হৈবেক মেলন।
তাহাক চিন্তিয়ো যেবে পৰম কল্যাণ॥

ব্ৰাহ্মণৰ আগত তাম্ৰধ্বজৰ প্ৰাণ দানৰ ইচ্ছা

একে অঙ্গে পুৰুষৰ ভাৰ্য্যাৰ গৰ্ভে জাত।
মোক লাগি নিষাসত ভাৰ্য্যাত প্ৰখ্যাত ॥ ২৮০ ॥
পিতৃৰ কল্যাণ পুত্ৰে কৰে সঙ্কটত।
সিকাৰণে পুত্ৰ নাম প্ৰসিদ্ধ লোকত ॥
মোক বলি নিয়া কৰি সকলে শৰীৰে।
দেখিলে পৰম তুষ্ট হুইবে সিটো সিংহে ॥ ২৮১ ॥
নানাবিধ ভোগ্য হৃষ্টপুষ্ট কলেৱৰ।
বয়সত অল্প আৰু ৰাজাৰ কুমাৰ ॥
ৰামদেৱ পালিলন্ত পিতৃৰ বচন।
ৰাজ্য এৰি ভাৰ্য্যাএৰে গৈলা তপোবন ॥ ২৮২ ॥
পিতৃবাক্য পালন্ত সকলে ভৈলা সিদ্ধি।
অদ্যাপিও সৰ্ব্বক্ষণে যশস্যা প্ৰসিদ্ধি ॥
ভীষ্ম বীৰ আছিলন্ত পিতৃত বৎসল।
পিতৃত ভকতি যেবে কৰন্ত সকল ॥ ২৮৩ ॥
পিতৃ তুষ্ট ভৈলে তুষ্ট তিনিয়ো জগত।
সাম্প্ৰতিক গুৰু তুমি দিয়োক সম্মত ॥
যাহাৰ কি ধেনু নোহে দুগ্ধ পাইলে ভাল।
মৎস্য মাত্ৰ পাওক ফটা কি নোহে জাল ॥ ২৮৪ ॥
সত্য অঙ্গীকাৰ মোৰ পিতৃ সোণাধন।
নকৰিবা ক্ৰোধ গুৰু যাৰে জীও মান ॥
তাসম্বাৰ যশৰাশি তুমি নিৰন্তৰ।
মই বলি ভৈলো আজি পিতৃৰ অন্তৰ ॥ ২৮৫ ॥
ধান মাত্ৰ পাউক নুহি কঠীয়া মিসিল।
পুত্ৰ মাত্ৰ জীয়োক যেহি কি নোহে বলি ॥
দায়ায়ে লোকত এহি সংসাৰ গোচৰ।
কোনবা অধিক আছে পুত্ৰ ভাৰ্যা পৰ ॥ ২৮৬ ॥

পিতৃ-মাতৃ জীয়োক দিয়োক আপোনাক।
এৰিয়ো জঞ্জাল প্ৰভু নিয়োক আমাক ॥
হেন শুনি মনে গুণি মাতন্ত মাধৱ।
তিনিও প্ৰাণী আমাৰ পৰম বান্ধৱ ॥ ২৮৭ ॥
ইবেলাত যেহি বোলো সেহি কাৰ্য্য পাওঁ।
তথাপিতো কিয় আৰ জিজ্ঞাসিয়া চাওঁ ॥
ব্ৰাহ্মণে বোলন্ত ধন্য ধন্য তাম্ৰধ্বজ।
পিতৃৰ অন্তৰে মৰিবাক ভৈলা সাজ ॥ ২৮৮ ॥
ধন্য ধন্য ৰাজপুত্ৰ পিতৃত ভকত।
প্ৰাণহেন দান দিতে কষ্ট নাহি চিত ॥
যি কথা কহিলা স্বৰূপত এহি হয়।
কিন্তু মৃগৰাজে কহিলন্ত এহি নয় ॥ ২৮৯ ॥
যেন কথা কহি সিংহে পঠাইলেক মোক।
সেহি কথা কহো বাপে পোৱে শুনিয়োক ॥
সিংহে বোলে ব্ৰাহ্মণ এৰিয়ো অপমান।
ব্ৰাহ্মণৰ দ্বাৰা ময়ূৰধ্বজৰ অৰ্দ্ধ শৰীৰ যাচঞা
শীঘ্ৰে চলিয়োক ময়ূৰ্ধ্বজৰ আথান ॥ ২৯০ ॥
তানে অৰ্দ্ধ শৰীৰক মাগি দিয়ো আনি।
তেবেসে তোমাৰ পুত্ৰ দিবোহো মেলানি ॥
শুনিয়োক শৰীৰ আনিবা যেনমতে।
পুত্ৰ ভাৰ্য্যা দুয়ো ধৰি ফাৰিবে কৰতে ॥ ২৯১ ॥
বাম অঙ্গ এৰি দক্ষিণ অঙ্গ আনা।
তেবেসে পুত্ৰক পাইবা নিষ্ট কৰি জানা ॥
যেন কথা কহি সিংহে পঠাইলেক দূত।
সেহি কথা কহিবাক আমাৰ যুগুত ॥ ২৯২ ॥
এক পুত্ৰ মৰন্তে যদি শত পুত্ৰ যায়।
কিন্তু ইটো কিছু আৰ জিজ্ঞাসিয়া চায় ॥

ব্ৰাহ্মণে বোলন্ত ধন্য ধন্য তাম্ৰধ্বজ।
পিতৃৰ অন্তৰে মাৰিবাক ভৈলা সাজ ॥ ২৯৩ ॥
ধন্য ৰাজপুত্ৰ ধন্য তোমাৰ ভকত।
প্ৰাণ হেন দান দিতে কষ্ট নাহি যাত ॥
যি কথা কহিলা স্বৰূপত এহি ধৰ্ম্ম।
কিন্তু মৃগৰাজে এহি কহিলন্ত কৰ্ম্ম ॥ ২৯৪ ॥
যেন কথা কহিলাহা সঙ্গে পঠাই মোক।
সেহি কথা কহো বাপে পোৱে শুনিয়োক ॥
সিংহী বোলে ব্ৰাহ্মণ এৰিয়ো অপমান।
শীঘ্ৰে চলি যাৱা ময়ূৰ্দ্ধ্বজৰ আথান ॥ ২৯৫ ॥
তান অৰ্দ্ধ শৰীৰক মাগি দিয়ো আনি।
তেবেসে তোমাৰ পুত্ৰ দিবোহো মেলানি ॥
শুনিয়োক শৰীৰ আনিবা যেনমতে।
পুত্ৰ ভাৰ্য্যা দুয়ো ধৰি ফালিবা কৰতে ॥ ২৯৬ ॥
বাম অঙ্গ এৰিয়া দক্ষিণ অঙ্গ আনা।
তেবেসে পুত্ৰক পাইবা নিষ্ট কৰি জানা ॥
যেন কথা কহি সিংহে পঠাইলেক দূত।
সেহি কথা কহিবাক আমাৰ যুগুত ॥ ২৯৭ ॥
এক পুত্ৰ মৰন্তে যদি শতপুত্ৰ মৰি যায়।
তেবে কি আমাৰ মুখে মিছাক নুযুৱায় ॥
হেন জানি যেন যুৱাই তেনো দিয়ো দান।
নুহি তেবে সকলে দিয়োক সমিধান ॥ ২৯৮ ॥
তুমি হেন ৰাজা হুয়া সত্য কৰি আগে।
পাছে যেন যিবা হৌক মোৰ কৰ্ম্ম ভাগে ॥
পুত্ৰ-মৰণত যে অধিক মনকষ্ট।
ইহান মুখৰ বাণী কেনে হোৱে নষ্ট ॥ ২৯৯ ॥

সবে বোলে দানপতি সত্যবাদী ৰাজা।
আবেসে তোমাক মন্দ বুলিবেক প্ৰজা ॥
কল্পতৰু বুলি মই মাগি লওঁ দান।
পাছে দেখো গই মই পুষ্প মন্দাৰৰ ॥ ৩০০ ॥
সাগৰ বুলিয়া ঝাম্প দিলো পিয়াসত।
সিও শুকাই খালি ভৈলা মোহোৰ ভাগত ॥
... ... ... ... ... ... ...
অৰ্থলোভে গৈলো যেন লঙ্কাক দৰিদ্ৰ ॥ ৩০১ ॥
তোমাৰ নোবোলো দোষ মই মন্দ-ভাগী।
এন্দূৰ আসিয়া কিয় নেপাইবাক লাগি ॥
জন্মিজয় বদতি জইমুনি বদতি।
ব্ৰাহ্মণৰ মনকষ্ট দেখিয়া নৃপতি ॥ ৩০২ ॥
ভাৰ্য্যাক পুত্ৰক মাতিবাক দিলা হাক।
মই অঙ্গীকাৰ কৰি আছোহো দিবাক ॥
মাধৱ কেশৱ বাসুদেৱ জনাৰ্দ্দন।
মোহোৰ মনৰ নাছাৰোক সৰ্ব্বক্ষণ ॥ ৩০৩ ॥

পুত্ৰ আৰু ভাৰ্য্যাৰ হাতত কৰত তুলি দি প্ৰাণ দানোদ্যত ময়ূৰধ্বজ

হৰি ৰাম কৃষ্ণ হৰি জিহ্বায়ে চেঞ্চাউক।
ৰাম-নাম-স্মৰণে মোৰ প্ৰাণ যাউক ॥
এহি বুলি তুলি পাছে ধৰিয়া কৰত।
আনিয়া দিলন্ত পুত্ৰ ভাৰ্য্যাৰ হাতত ॥ ৩০৪ ॥
তেবে সবে কৰত তুলি ধৰি হাতে।
ত্ৰাহি হৰি বুলি দিলা নৃপতিৰ মাথে ॥
মাধৱত যেন থান ৰাজাৰ ভকতি।
আছে ইন্দ্ৰ-পদ সাধি পাৰয় মুকুতি ॥ ৩০৫ ॥
মাধৱৰ কপটক আউৰ নুযুৱায়।
বিদিতত সেহি কাৰ্য্য সেহি খুজি পায় ॥

ময়ূৰ্ধ্বজ ৰাজাৰ কোন আছে ভাগ্যৱন্ত।
তথাপি কিসক কৃষ্ণে কপট কৰন্ত ॥ ৩০৬ ॥
নগৰীয়া লোকে দেখি অদভুত ত্ৰাস।
মনুষ্য লোকৰ হেন নতু দেখা সাস ॥
আপুনাৰ শৰীৰক কাটয় আপুনি।
আছোক দেখিবো কৰ্ণে মাত্ৰ নতু শুনি ॥ ৩০৭ ॥
ত্ৰাহি ৰাম বুলি কুন্দমতী পটেশ্বৰী।
ব্ৰাহ্মণক চাই বুলিলন্ত হেন কৰি ॥
ভাৰ্য্যা হুয়া স্বামী মাৰো সত্য ধৰ্ম্ম ৰাখি।
মোৰ দোষ নাই দেৱ ধৰ্ম্ম হৈবা সাক্ষী ॥ ৩০৮ ॥
হেন শুনি আছো নৰসিংহ ৰূপ হুয়া।
নখে বিদাৰিলা ছিৰি হিৰণ্যাক্ষ-হিয়া ॥
মই সেহিমতে আজি স্বামীৰ শৰীৰ।
হাতত কৰত ধৰি কৰো দুই ছিৰ ॥ ৩০৯ ॥
ৰাজা বোলন্ত শুনা শুনা প্ৰিয়া জায়া।
ছিৰিয়োক দেহা মোৰ নকৰিয়ো দায়া ॥
কৰত টানিয়ো মোৰ শৰীৰ শীতল।
শিশিৰ কালৰ যেন কোমল কমল ॥ ৩১০ ॥
ৰতি ৰসকালে তৰুণীৰ নখ-ঘাৱে।
অধিক আনন্দ মোৰ শৰীৰ জুৰাৱে ॥
হেন শুনি ৰাজাৰ সুন্দৰী কুন্দমতী।
পুত্ৰ সমন্বিতে কৰতক ধৰি ডাটি ॥ ৩১১ ॥
সেহিমতে মোৰ কৰত ৰটা ঘাৱে।
নকৰে বেদনা কিছু শৰীৰ জুৰাৱে ॥
ঊৰ্দ্ধক হেম্পুছি অধক লাগি টানে।
হৰিৰ প্ৰভাৱে কিছো দেহাক নজানে ॥ ৩১২ ॥

ভাৰ্য্যাৰ দ্বাৰা
ময়ূৰধ্বজৰ
শিৰ-ছেদন

জয়মুনি বদতি শুনা জন্মিজয় ৰাজা।
শুনি নিশবদ ভৈলা পাণ্ডৱৰ প্ৰজা॥
কেৱলে হৰিষ দেখি হৰি অৰ্জ্জুনৰ।
হাহাকাৰ বাণী শুনি স্থল পুৰুষৰ॥ ৩১৩॥
শিৰ ছিৰি ললাট পাইলেক কৰতেৰে।

ময়ূৰধ্বজৰ দান ব্ৰাহ্মণৰ দ্বাৰা প্ৰত্যাখান

বহাৰে লোতক ধাৰ নয়নৰ নীৰে॥
হেন শুনি কষ্টে উঠি লৰিল দ্বিজৰাজ।
কান্দনীয়া দান লৈবো মোৰ কোন কাৰ্য্য॥ ৩১৪॥
কাল দেখা পাত্ৰ বুঝি যিবা দান লৱে।
হৰিষতে দিবে দান হেন শাস্ত্ৰে কৱে॥
ইটো পুনু দান দন্তে অতিশয় শোকে।
কান্দনীয়া দান লৈলে হাসিবেক লোকে॥ ৩১৫॥
... ... ... ... ... ... ... ...
পুত্ৰ মোৰ মৰোক তাক সাধিলে নপাওঁ॥
যৈকে লাগি সি মোৰ পুত্ৰ নেউক ধৰি।
তথাপিতো আমি দান লৈবো কেন কৰি॥ ৩১৬॥
প্ৰথমতে নেদো বোলে তাৰ এক দোষ।
দিবো বুলি নেদে তাৰ শত শত দোষ॥
দিবো বুলি প্ৰথমে কৰিলা অঙ্গীকাৰ।
এবে যেবে নেদে কেনে বেদ-ব্যৱহাৰ॥ ৩১৭॥
এহি বুলি অসন্তোষে লৰিলা ব্ৰাহ্মণ।
পাছত লৰিলা তাৰ ছাত্ৰ যে অৰ্জ্জুন॥
হেন দেখি কুন্দমতী কৰতক এৰি।
ৰাজাৰ মুণ্ডক ঝাম্পে দুই হাতে ধৰি॥ ৩১৮॥
কুন্দমতী বোলে প্ৰভু শুনা প্ৰাণেশ্বৰ।
ৰোষ কৰি যাই দ্বিজ ভৈলা অথান্তৰ॥

কান্দনীয়া দান বোলে লৈবো কেন কৰি।
এহি বুলি ব্ৰাহ্মণে তোমাক গৈলা এৰি ॥ ৩১৯ ॥

ব্ৰাহ্মণক ওভতাই আনিবলৈ পত্নী কুন্দমতীক প্ৰেৰণ

ধীৰ ধীৰ কৰি ৰাজা মাতন্ত ভাৰ্য্যাক।
ৰোষ কৰিবাক ব্ৰাহ্মণক দিলা হাক ॥
আসিয়ো ব্ৰাহ্মণ গুৰু মোৰ সন্নিধান।
যেহিমতে খোজা সেহিমতে দিবো দান ॥ ৩২০ ॥
যিবা হেতু বাম চক্ষু লোতক বহয়।
আসন্তো ব্ৰাহ্মণ তাৰ কহিবো নিৰ্ণয় ॥
মোহোৰ বচন শুনি দুইহান্তো ব্ৰাহ্মণ।
মই কাণে শুনিএৰো যত দোষ গুণ ॥ ৩২১ ॥
হেন শুনি কুন্দমতী গৈলন্ত লৰৰি।
কৰিলা প্ৰণাম বিপ্ৰ-চৰণত পৰি ॥
পালটিয়ো গুৰু বাপ ৰাজায়ে ডাকন্ত।
বাম চক্ষুৰ লোতকৰ নিৰ্ণয় কহন্ত ॥ ৩২২ ॥
তাক প্ৰতি বিপ্ৰসন্ন তাৰ কিবা ক্ষয়।
অসন্তোষ ভৈলে ব্ৰাহ্মণক নৰঞ্জয় ॥
হেন জানি যায়োক ৰাজাৰ সন্নিধান।
যেনমতে তুষ্ট তেনমতে লোৱা দান ॥ ৩২৩ ॥
নাৰীৰ বচন শুনি দেৱ জনাৰ্দ্দন।
ৰাজাৰ পাশক লাগি কৰিলা গমন ॥
ভৰি পাঞ্চ সাত গৈয়া ৰাজাৰ পাশ পাইল।
ব্ৰাহ্মণে বোলন্ত ৰাজা কিসক মতাইল ॥ ৩২৪ ॥
গদ গদ বচনে মাতিলা নৰনাথে।
হাত ভৰি বান্ধিয়া কৰত দিলা মাথে ॥
তাতো মোক বেদনা নিদিলা অতিশয়।
তোমাৰ বিমুখে মোৰ দগধ হৃদয় ॥ ৩২৫ ॥

প্ৰাণ গ্ৰহণ কৰি-বলৈ ময়ূৰধ্বজৰ কাতৰ প্ৰাৰ্থনা

বাম অঙ্গে বোলে একেলগে উপজিলো।
ধৰ্ম্মদান সুখ ভোগ দুই হান্তো কৰিলো॥
দক্ষিণৰ অঙ্গ বিপ্ৰে নেই সিংহ অৰ্থে।
মোৰ পুনু প্ৰাণ যায় ইঠাইত ব্যৰ্থে॥ ৩২৬॥
সেই দুখে অপমান কৰে বাম অঙ্গে।
মোৰ পুনু মহাসুখ তোমাসাৰ সঙ্গে॥
প্ৰিয় বাক্য সহিতে সকলে লৱা দান।
লৈয়ো দান সত্বৰে আসিয়ো সন্নিধান॥ ৩২৭॥

বিপ্ৰৰ নিজ নাৰায়ণৰূপ ধাৰণ আৰু কপট পৰীক্ষাত ময়ূৰধ্বজ উত্তীৰ্ণ

হেন শুনি তুষ্ট ভৈলা দেৱ জনাৰ্দ্দন।
নৃপতিক লাগি অতি ভৈলা সুপ্ৰসন্ন॥
আপুনাৰ নিজ ৰূপ ধৰি নাৰায়ণ।
আথে-বেথে আলিঙ্গি ধৰিলা তেতিক্ষণ॥ ৩২৮॥
ধন্য ধন্য ৰাজা পৃথিৱীত ভৈলা জাত।
উত্তৰিলা আমাৰ কপট পৰীক্ষাত॥
অৰ্জ্জুনে সহিতে জিজ্ঞাসিলা নানা হেতু।
তুষ্ট ভৈল নৰনাথ কৰিয়োক ক্ৰতু॥ ৩২৯॥
তোমাৰ তনয় তাম্ৰধ্বজ নাম যাৰ।
এহিসে সবাৰো মন পূৰিলা আমাৰ॥
অৰ্জ্জুনক মোক আনো কটক সহিতে।
... ... ... ...॥ ৩৩০
তেবেসে অৰ্জ্জুন সমে বিপ্ৰৰূপ ধৰি।
কপটে আসিলো ৰাজা তোমাৰ নগৰী॥
তোমাৰ শালত ঘোৰা আছিবাৰ শুনি।
তেবে অৰ্দ্ধ দেহদান মাগিলো সমুলি॥ ৩৩১॥
সাধু সাধু ৰাজা তুমি ধন্য উপজিলা।
প্ৰাণ হেন দানক আনন্দ ৰূপে দিলা॥

আমাত দেখিলো দৃঢ়মতি আতিশয়।
সিকাৰণে দায়া মোৰ ভৈলা আতিশয় ॥ ৩৩২ ॥
যিটো তুমি নেদি দান দিলা অবিকলে।
তোমাৰ যজ্ঞৰ কাৰ্য্য সাধিলো সকলে ॥
... ... ... ... ... ...
যেবে মোৰ বচন সাধিবা নৃপবৰ।
... ... ... ... ... ...
পাণ্ডৱৰ ঘোৰাক মেলি এহি অনুসাৰ।
দুয়ো ঘোৰা মেলি দেস লয়ো একবাৰ ॥ ৩৩৩ ॥
... ... ... ... ... ...
যিবেলাত নাৰায়ণে ৰাজাক ধৰিলা।
গুছিলা বন্ধন খসি কৰত পৰিলা ॥ ৩৩৪ ॥
এদিনাতো কৰি কান্তি জলন্ত শৰীৰ।
পূৰ্ণচন্দ্ৰ কালা যেন জ্বলে বীৰবৰ ॥
ৰাজাৰ গাৱত দুখ ভৈলা যতমানে।
... ... ... ... ... ...
মাধৱৰ প্ৰসন্ন পবিত্ৰ কলেৱৰ।
তেবে নিজৰূপ দেখাইলন্ত দামোদৰ ॥ ৩৩৫ ॥
ৰূপ দেখি ৰাজা আথে বেথে তেতিক্ষণে।
অষ্টাঙ্গ প্ৰণাম কৰি বিপ্ৰৰ চৰণে ॥
কৃতাঞ্জলি কৰি হেন বুলিলা বচন।
একোকে নজানো তুষ্ট হৈয়ো জনাৰ্দ্দন ॥ ৩৩৬ ॥
তযু তনু নিজ ৰূপ নজানয় কেৱে।
আছোক মনুষ্য নজানয় ব্ৰহ্মাদেৱে ॥
তোমাৰো মহিমা প্ৰভু দেখিলো প্ৰত্যেক।
দুই খণ্ড মুণ্ড হাত দিলা ভৈলা এক ॥ ৩৩৭ ॥

কি কৰিবো যজ্ঞ কি কৰিবো যজ্ঞবিধি।
তুমি তুষ্ট ভৈলে মোৰ সবে ভৈলা সিদ্ধি॥
যপ তপ দান ধৰ্ম্ম ব্ৰত আদি কৰি।
তোমাকেসে আৰাধয় নাম মাত্ৰ স্মৰি॥ ৩৩৮॥
প্ৰত্যক্ষ তোমাক লাগ পাইলো দৰিশন।
সিসব যজ্ঞত আৰ কিবা প্ৰয়োজন॥
যেবে স্বৰূপত তুষ্ট ভৈলা জনাৰ্দ্দন।
তেবে হেন কৰিয়োক মোহোৰ বচন॥ ৩৩৯॥
তিনি দিন মানে প্ৰভু ৰহিয়ো ইঠাইত।
সেৱা কৰি থাকো প্ৰভু তযু চৰণত॥
যজ্ঞৰ দুইগোটা হয় নিয়া নাৰায়ণ।
সবে দোষ ক্ষমা প্ৰভু দিয়া দৰিশন॥ ৩৪০॥
নজানিয়া পুত্ৰে মোৰ যুজিলে তোমাৰে।
সিটো যত দোষ আবে ক্ষেমিয়ো আমাৰে॥
অৰ্জ্জুনক চাই হৰি বুলিলা বচন।
দেখিলাহা নৃপতিৰ মোত ভক্তি কেন॥ ৩৪১॥

কৃষ্ণ-ভক্তি আপ্লুত ময়ূৰধ্বজ

কায়বাক্য মনে মোৰ সতত ধিয়ান।
সিটো নৃপতিৰ কেনে নুহিবে কল্যাণ॥
ধন্য মোৰ তাম্ৰধ্বজ পুত্ৰ কুলঙ্কাৰ।
যাহাৰ প্ৰসাদে মুখ দেখিলো তোমাৰ॥ ৩৪২॥
তাম্ৰধ্বজে ঘোৰা যেবে নানে অৰ্জ্জুনৰ।
তেবে কি আসিলা হন্তে আমাৰ নগৰ॥
এহি বুলি চাহি ৰাজা কৰিলা প্ৰণাম।
দিনা কতিপয় প্ৰভু কৰিলা বিশ্ৰাম॥ ৩৪৩॥

ময়ূৰধ্বজ নগৰত কৃষ্ণৰ তিনিদিন যাপন

নগৰৰ সেনা মোৰ সবে শুদ্ধ হৌক।
অব্যাহতে শ্ৰীমুখ চাহিয়া থাকোক॥

ৰাজাৰ বচনে কৃষ্ণ অৰ্জ্জুনে সহিতে।
ময়ূৰ্ধ্বজ নগৰত ৰহিলা তহিতে ॥ ৩৪৪ ॥
তিনিদিন অন্তৰে কৃষ্ণ ধনঞ্জয়।
ঘোৰা মেলি নৃপতি কৰন্ত জয় জয় ॥
তাম্ৰধ্বজে ঘোৰা যেবে মেলিয়া পঠাইল।
সৰে সেতু নগৰক ঘোৰা চলি গৈল ॥ ৩৪৫ ॥
ঘোৰা সহ কৃষ্ণ-ধনঞ্জয়ৰ বাণপুৰ ত্যাগ
দিব্য ব্ৰহ্ম ৰাজাৰ নগৰে দুই হয়।
সেই দিশে চলি গৈলা কৃষ্ণ ধনঞ্জয় ॥
কৃষ্ণৰ চৰণে বাঢ়ি কৰিল প্ৰণতি।
তাম্ৰধ্বজ যুদ্ধ এহিমানে সমাপতি ॥ ৩৪৬ ॥
বিপ্ৰ হৰিবৰে ভণে এৰা আন কাম।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম ॥ ৩৪৭ ॥

॥ **দুলড়ী** ॥

লিপিকাৰৰ মিনতি
নমো মাধৱৰ চৰণ কমল
উদয়গিৰি মধ্যে সাৰ।
বৈকুণ্ঠনাথৰ একমগ্ন হুয়া
ভৈলা বিপ্ৰ অৱতাৰ ॥
হয়গ্ৰীৱ ৰূপে আছাহা স্বৰূপে
মণিকূটে জুৰি।
যত নৃত্য গীত বাদ্য ভাণ্ড নৃত
সন্তোষি থাকন্ত হৰি ॥
ব্ৰহ্মপুত্ৰ কাছে অপেস্বৰা নাচে
মণিকূট গিৰি কাছে।
যত পুষ্পচয় সকলে আছয়
উজ্জানৰ কাছে কাছে ॥

দক্ষিণপাৰত নীল আশ্ৰমত
তাহানে প্ৰিয়া গোসানী।
অপূৰ্ব্ব স্বৰূপে প্ৰকাশ কৰন্ত
জীৱৰ মাতা নজানি॥
দুইৰ অনুগ্ৰহ নিমিত্তেসে ইটো
উদয়গিৰি নাম ভৈলা।
তাহান প্ৰসাদে অতি অপ্ৰমাদে
সুখৰ যে সেৱা বৈলা॥
ৰাজা ৰাজেশ্বৰ ৰাজ্যত বসয়
সুখে ৰাজ্য নিৰন্তৰে।
তাহান ৰাজ্যত মেৰুৰ প্ৰমাণ
কিতু··········॥
সদায়ে তাহান মন অভিৰাম
মন্ত্ৰ যত অনুপাম।
অঠৰ ভাৰত কৰম·········
···············॥
আনো নাহি তান ভাবিয়া থাকয়
সদা ৰাম কৃষ্ণ হৰি।
সাত ৰামায়ণ পৱৰ বাৰ খান
লৈলা সত্য যেন কৰি॥
তাহাতে সদায়ে মতি মগ্ন ভৈলা
ৰাত্ৰি-দিনে চিন্তে হৰি।
তাহান নিকটে বিপ্ৰ এক আছে
নাম দ্বিজ কৃষ্ণদত্ত।
এনিৰিব স্বভাৱে ভকতি কৰাৱে
প্ৰভু কৃষ্ণ-চৰণত॥

তান হস্তাক্ষৰ পৰম দুখৰ
এহিমানে মানিঁ মনে।
নামালৰ্ব্ব কৰি থৈবন্ত আমাক
দ্বিজ কৃষ্ণদত্তে ভণে॥
তান প্ৰসাদে অতি অপ্ৰমাদে
ৰহিবাক পাৰো যেন।
এহি আসকতি মনে মানো আতি
মই অধমৰ মন॥
সংস্কাৰ কৰি থৈলে যিটো ফল
হৱে জানা পৰলোক।
সমস্তে যজ্ঞৰ ফল সিদ্ধি হোৱে
লভয় বিষ্ণুলোকক॥
ময়ূৰ্ধ্বজ ৰাজা অৰ্দ্ধ শৰীৰক
দিলন্ত বিপ্ৰক লাগি।
এহিমানে মাগোহো সংস্কাৰ কৰা
মোক মহা মন্দভাগী॥

---

# পৰিশিষ্ট

## বক্রুবাহনৰ যুদ্ধৰ পাঠান্তৰ

ক ঃ কামৰূপ অনুসন্ধান সমিতিৰ সংৰক্ষিত সাচিপতীয়া পুথি ;
নগাওঁ, ১৬৬১ শক।

খ ঃ শিৱনাথ ভট্টাচাৰ্য্যৰ দ্বাৰা প্ৰকাশিত "বক্রুবাহপৰ্ব্ব", দ্বিতীয় তাঙৰণ,
ডিব্ৰুগড়, জানুৱাৰী, ১৯২৫।

| | | | |
|---|---|---|---|
| | পদৰ আৰম্ভণিত— | খ | জয় জয় কৃষ্ণ প্ৰভু দৈৱকী নন্দন। ব্ৰহ্মা হৰে চিন্তে যাৰ অৰুণ চৰণ ॥ |
| ১ | অশ্বমেধ······পাণ্ডুগণে ॥ | ক | অশ্বমেধ পদ বিপ্ৰ হৰিবৰে ভণে ॥ |
| ২ | ঘোৰাৰ······চলয় ॥ | ক | বহুসুত ভিযসে ভৈল ৰণজয় ॥ |
| ৫-৬ | হেন······ভৰি ॥ | ক | হেন নাহি জাৰাগণ নখাটে জেন কৰি। সহস্ৰেক সঙ্কটে সুবৰ্ণ আনে হৰি ॥ |
| ৬ | বছৰে বছৰে— | খ | বাৎসৰিক কৰ। |
| ৭ | সুখে······কৰি ॥ | খ | সুখে যেবে লৱে তাক দুখে নেই ধৰি। সুবুদ্ধি নামত তাত আছে অধিকাৰী॥ |
| ৮ | সেহি ·····চৌপাশৰ— | খ | সেহি ধনে জনে বক্রুবাহ ভৈলা ৰাজা। সুবৰ্ণৰ গড় তাৰ সৰ্ব্ব সুখী প্ৰজা ॥ |
| | লাগে ভয় ॥ | ক | নাহি ভয় ॥ |
| ৯ | আন ভাব ॥ | ক | অনা বায় ॥ |
| ১০ | বঞ্চে— | ক | বসে |
| ১১ | কটকে······ভৈলা ভয় ॥ | খ | ( নাই। ) |
| | নিছয় ॥ | খ | বিনয় ॥ |
| ১৪ | গণিতাত— | খ | সংসাৰত। নগৰৰ অলঙ্কাৰ |
| | | খ | প্ৰভাৱ ডাঙ্গৰ। |

| | | | |
|---|---|---|---|
| ১৫ | পৰ······কহে ॥ | খ | পৰম প্ৰভাৱ কথা জগততে সহে। যথাবৃত কথা হৱে নৃপতিত কহে ॥ |
| ১৬ | বীৰ গোট— | ক | বৈৰ আছে খ ধীৰ গোট |
| ১৭ | ঘোড়াৰ পাছ কথা— | খ | দূতত পুছা কথা |
| ১৯ | তাত······সাৱধানে ॥ | খ | ( নাই। ) |
| ২২ | সহস্ৰেক লাগে— | খ | আছে মানে লগে |
| ২৩ | আছে অনেক ৰাজাগণে ॥ | | বেঢ়ি আছে প্ৰজাগণে ॥ |
| ২৪ | লোহিত······পৰি ॥ | খ | বিচিত্ৰ বসনে গাৱে পৰিধান কৰি ॥ |
| ২৫ | বভ্ৰুবাহা······গলমাল ॥ | খ | সুবৰ্ণৰ ভিত্তি গোট অতি উচ্চতৰ। থানে থানে লগাই আছে হীৰা সুবৰ্ণৰ ॥ |
| | সণ্ডাশ কামি— | খ | সৰসা দিলা |
| ২৬ | কাম······জেষ্ঠি ॥ | খ | শুদ্ধ সুবৰ্ণৰ দিলা পটনক পাৰি। পিতলক সাৰি সাৰি দিলা তাতে জেঠী ॥ |
| ২৭ | কিছো······বাৰ ॥ | খ | সাৰি সাৰি প্ৰকাশয় সবে নগৰৰ ॥ |
| | চিত্ৰকৰে······দেখি ॥ | খ | চিত্ৰকৰে প্ৰবন্ধে লেখিলা বহুকাম ॥ পৃথিৱী প্ৰবন্ধে ৰাজা নাহিকে উপাম ॥ |
| ২৮ | ইন্দ্ৰ······বল ॥ | খ | ইন্দ্ৰ প্ৰতিমুক্ষে দেৱগণ সমুদায়। স্বৰ্গ মৰ্ত্ত্য পাতাল লেখিলা সবে ঠাই ॥ |
| | ৰাম······ঠাই ॥ | খ | ( নাই )। |
| ২৯ | সবাকে······ভাল কৰি ॥ | | চিত্ৰাঙ্গদা উলুপী লেখিলা ভাল কৰি ॥ |
| ৩০ | হস্তী······ উপৰ ॥ | খ | হস্তি ঘোৰা গণ্ডাৰত লেখি মহিষত। মনুষ্যৰ কান্ধে ভোলা চৰি উপৰত ॥ |
| | পুৰুষৰ······লৈচাৰে ॥ | খ | ( নাই। ) |
| ৩১ | ঘোঙ্গ নাগ— | ক | ঘোঙ্গ খ মৃগ নাগ |
| | কুকুৰা ভেক কটলা— | খ | কঁটলা ভেঁৰা বিৰালী |

| | | |
|---|---|---|
| ৩২ | পাৰাৱত— | খ পাৰ কাক। সেন যত— |
| | | খ আৰু ফোঁছা। |
| | বালুকি আছে লেখি। | ক বালুকি ॥ খ বটকে আছে লেখি ॥ |
| | সাৰঙ্গ······কুৰুছুঁয়া ॥ | খ সাৰঙ্গ কুপেতী ভেৰা কুৰুৱা দেৱমঁৰা। |
| | ঘোগৰা— | ক ঘোগ, খ ঘূগুৰা। দেৱসুয়া—খ কনোৱা। |
| ৩৩ | কাম— | খ কোৱা। মসুৰা—খ ডাউক। টেপছি— |
| | | খ গুপেছী। |
| | কনোৱা মুছৰি— | ক কনামুছৰি। বড়য়াল ক বড়আল |
| | | খ বজ্রদণ্ড। |
| ৩৪ | গঙ্গা······পক্ষিলা | খ গঙ্গাছিলা ফাকুছিলা ভাৰেই কপিলা। |
| | | ক সেনাছিলা আকসুয়া বাৰই পক্ষিলা ॥ |
| | পেঞ্চা— | ক ভেক। ডিঙ্গৰঙ্গা—খ ফেহোঁলোকা। |
| ৩৯ | যুধিষ্ঠিৰ······বিঘাত | খ যুধিষ্ঠিৰ ৰাজা মোৰ হন্ত জেষ্ঠ পিতৃ। তাহান যজ্ঞত মই কৰিলোঁ বিগুতি ॥ |
| ৪১ | আৱথা......কন্যাগণে ॥ | খ কন্যা কালে আছে মাতৃ পিতৃৰ ভৱনে। নৃত্যগীত কৰি থাকে সৱে কন্যাগণে ॥ |
| ৪২ | আজি······সন্তাপ ॥ | খ আজি তোক দিওঁ নিদাৰুণ চণ্ড শাপ ॥ |
| ৪৩ | নক্ৰী— | ক নৰ্কী, খ গৰু। কাৰুণ্য— |
| | | খ মিনতি। |
| ৪৪ | হেনতো······যুগুতি ॥ | খ হেন কি শাপক মোক দিবাক যুগুতি। |
| | এড়িয়োক দোষ বাপ— | খ এৰাইবাক শক্তি নাহি। |
| ৪৬ | টঙ্ক— | খ খঙ্গ। ঝিৱকো—মন্দকাৰী। |

| | | | |
|---|---|---|---|
| | | ক | ঝিকো শপিলো কুযশ মন্দকাৰী ॥ |
| | বিনথ নযাই— | ক | বিনৰ্থ্য নজাই। খ অন্যথা নুহিকে। নৰ্কী—খ গৰু |
| ৪৭ | নিদানে— | খ | কালে। |
| ৪৮ | ভৈল······প্ৰসঙ্গ ॥ | খ | তথা হন্তে ভৈলেক প্ৰসঙ্গ ॥ |
| ৪৯ | হৰিত······বসুন্ধৰী ॥ | খ | কৃষ্ণত ভকতি যাতো ভৈলা শিশু ধৰি। সি কাৰণে পাইলোঁ অকণ্টকা বসুন্ধৰী ॥ |
| ৫০ | দুৰ্ঘোৰ······পাৰ ॥ | খ | শোক সাগৰত মোক নাৱে পাৰ কৰ। |
| ৫১-৫৩ | সুবুধি······বাজী ॥ | ক | ( নাই। ) |
| | পদ ছন্দৰ শেহত— | খ | তেৱেসে সমস্ত পাপ হৈব উপসাম। গুছোক দুৰ্গতি ডাকি বোলা ৰাম ৰাম ॥ |
| ৫৪ | জৈমিনি······ভাৱে ॥ | ক | ( নাই। ) |
| ৫৫ | চন্দন······সুগন্ধ— | খ | অগুৰু চন্দন : কস্তুৰী কুঙ্কুম। |
| | দুৰ্ব্বাক্ষত······যাওক— | খ | কন্যাগণ যাওক : সুমঙ্গল গাওক। |
| | মণি-মুক্তা | ক | মাণিক। সাগৰ পৱাল— |
| | | খ | মাণিক পোৱাল |
| ৫৬ | ঢাক······কংসী ॥ | খ | ঢাক ঢোল ভেৰি : টুপেছি খুমুছি : ডগৰো মাৰোক আনি। নান বাদ্য ভণ্ড : সুমঙ্গল গাওক টোকাৰি মাৰোক ভেৰি ॥ |
| ৫৭ | ঝাঝাৰি দুবল— | খ | ঝাজৰ ডম্বৰু। |
| | পিতৃ······লগত ॥ | ক | পিতৃ পাশে যান্তে : পঞ্চ শব্দ বাজে : পাশৰো নুশুনি মাত ॥ |
| ৫৭-৫৮ | সুবুধি······মাত ॥ | ক | ( নাই। ) |
| ৫৯ | অৱহেলা কাঁৰ আৰু | ক | অৱহেলা কৰি থাক (?) |
| | | খ | মনত মিলে উৎসুক। |

| | | |
|---|---|---|
| | আনি থৈয়া— | ক থানী (?) থৈয়া |
| | | খ লৱে আনি। |
| | তাতো······ফল ॥ | জন্মৰ হৌক সফল ॥ |
| ৬১ | অনুশাল্ব······হেতু ॥ | ক (নাই।) |
| ৬৪ | ক্ষণে ৰাজা গৈয়া— | খ আগ বাঢ়ি যান্ত। এক পাঞ্চ ভৰি— |
| | | খ কৃতাঞ্জলি কৰি। |
| ৬৫ | সুগন্ধ······হৌক ॥ | খ পুষ্প ফল ধৰি বালে<br>জয় ৰাশি হৌক। |
| ৬৬ | ভৰিৰ গুচাইলা সৱে | খ চৰণৰ মলছিলা। |
| ৬৮ | তীর্থ······উতপন ॥ | ক (নাই।) উলুপে—খ উলুপী।<br>স্বৰূপে ॥—খ স্বৰূপি ॥ |
| ৭০ | হেন······সদয় ॥ | ক তোমাৰ সকলে বাপ জানিবা নিছয়॥ |
| | কামদেৱ— | ক প্রদ্যুম্ন |
| ৭২ | যাহাৰ······শুনি ॥ | খ যাহাৰ শব্দ শুনে ঢাকিল ধৰণী ॥ |
| ৭৩ | মহামুনি— | ক মহামানী। নমাতয় কোন গুণি ॥— |
| | | ক তুমি নমাতয় কেনি। |
| ৭৪ | হাসিত কন্দল— | খ হাহিত ক্রন্দন। হুউ—খ দূৰ। |
| ৭৫ | থাকি গৈল সই। | খ থাকিলন্ত সহি। |
| | অনুতৰ······বিলই ॥ | খ মাথা চপৰাই অর্জ্জুনৰ পাশে ৰহি ॥ |
| ৭৬ | বৈশ্য— | ক, খ, বেশ্যা |
| ৭৬-৭৭ | বেশ্যা জাতি জন্মাইলেক | খ বেশ্যাৰ পুত্র কোনে জানে। |
| | আগে······লাগে ॥ | খ আগেসে মনুষ্যে লৱে ভয় ক্ষয় কৰি।<br>ছাগ বুলি বাঘৰ লাঞ্জত দেই জৰি ॥<br>ভয়তে মনুষ্যে এৰে পাচে নেৰে বাঘে।<br>তোৰ মোৰ পটন্তৰ ভৈল সেহি ভাগে। |
| ৭৭ | নতু······গাৱে। | খ সমৰ ভূমিত দুৰণত ৰণ গাৱে। |
| ৭৮ | বৈশ্য— | ক, খ, বেশ্যা। |

| | | |
|---|---|---|
| ৮০ | চাহান্তে— | খ আগত। |
| | শৃকাল ॥ | ক শ্ৰীকাল, খ ছাগল ॥ |
| ৮১ | চাঞ্চৰী······আচাৰ। | খ নটিনী মাৰৱ তোৰ নটৰ আকাৰ। |
| ৮২ | চান্দি······বায়া ॥ | খ চান্দি বান্ধি গলত মৃদঙ্গ গোট লৈয়ো ॥<br>যাহাৰ উৎসৱ হোৱে তাকে গৈয়া চায়ো।<br>নৃত্য-গীত কৰিয়া মৃদঙ্গ গোট লৈয়ো ॥ |
| ৮৩ | বিশেষত······বাপ ॥ | খ (নাই।) |
| | চাটক······চাৰ। | ক চাটক চটক নট জাতিৰ আসাৰ। |
| ৮৬ | বৈশ্যা— | ক, খ, বেশ্যা। |
| ৮৭ | ঘৰ— | খ ঘোৰা। |
| | বুঢাৰ······হেকৱাস ॥ | খ চোৰৰ হাতৰ চেঙ্গ সেন্দুৰ নেৰাই।<br>আগে দোষ কৰিলে দোষৰ ফল পাই ॥ |
| ৮৮ | গৈলেসে······মধুৰ ॥ | খ (নাই।) গুৰু—খ কৰ্ণ। |
| ৮৯ | কপাস······বড় ॥ | খ কল বন মাজে যেন শশা দেই লৰ।<br>জন্তত জনাৱে বৃক্ষ ডালিয়ো ডাঙ্গৰ। |
| | সেহি······গহ ॥ | ক পাণ্ডৱতে কুৰুসেনা মধ্যে ভৈলা গহ। |
| ৯১ | সন্তে— | খ হন্তে। |
| ৯২ | সাজকৰ— | ক সজকৰ। |
| ৯৪ | শিল্পীগণে— | ক শিল্পগণে, খ বীৰগণে।<br>খাইবাৰ······লগত ॥ খ (নাই।) |
| ৯৫ | পদাতি······শত ॥ | ক পদাতিয়ো ৰহোক অৰ্দ্ধত অসংখ্যাত।<br>জেহি জাৰ খাব্যা লাগে সেই পাই তাত ॥ |
| ৯৬ | সুৱৰ্ণ······দিল। | ক সুৱন্ন ৰজতেক ৰাজাএ গায়ে দিলা।<br>খ সুবৰ্ণ ৰুদ্ৰাক্ষ মালা যাৰ গলে দিলা। |

| | | | |
|---|---|---|---|
| ৯৮ | বেগৱন্ত······হয়চয় । | খ | বলৱন্ত ৰূপৱন্ত মত্ত গজ হয় । |
| ৯৯-১০০ | ৰাজাৰ······ৰাজাৰ । | ক | ( নাই । ) |
| ১০১ | হেনলাগ— | খ | হেনয় । জীৱন্তেও—খ জিনিলেও। |
| ১০২ | চাৰিও······মুণিষ । | ক | ( নাই ) |
| | পাত মলচে তোমাৰ ॥ | ক | পাতি মেলিল তাহাৰ ॥ |
| ১০৪ | বহুবিধ······কপালৰ । | ক | ( নাই । ) |
| ১০৫ | নন্দন । | খ | কুমাৰ ॥ |
| | বাসুদেৱ······মন ॥ | খ | গোবিন্দৰ চৰণত কৰিলা প্ৰণাম ॥ |
| | পদৰ শেহত— | খ | নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ |
| | ঝুমুড়ি ॥— | খ | ঝুনা ॥ জয় হৰি জয় ৰাম ॥ ঝুমুৰী ॥ |
| ১০৬ | বড়······কৰিলোঁ ॥ | খ | বৰ দুখ লঘু হৈলো ॥ |
| ১০৬-৭ | ধনে······কৰিলোহো ॥ | খ | ( নাই । ) |
| ১০৮-৯ | সিও······থৈবো ॥ | খ | সিও মান্য সুজিবোহোঁ । বাহুবল দেখাইবোহোঁ ॥ |
| ১১০ | ঝাণ্ডে— | খ | ডাটি |
| ১১১ | কতুহলে······যিবাজনে ॥ | খ | তোমাৰ মৰণে ৰাখিবেক কোন নৰে ॥ |
| ১১২ | ধনু ধৰিয়ো— | খ | যুদ্ধ দিয়োক । |
| ১১৩ | দৈত্যৰ নায়ক— | খ | নৰপতি বীৰ । সেহি তালে—খ তত্বকাল । |
| | সজনৰ······গুণে ॥ | খ | সজ্জনৰ প্ৰিয় অতি এহিসে কাৰণ । |
| ১১৪ | আপদত······ঠান ॥ | খ | ( নাই । ) |
| ১১৫ | শত | | সাত |
| ১১৮ | ফুলিল পলাশ— | ক | ফুটিল পলাশ |
| | দুই······অনিৰ্ব্বাৰ ॥ | খ | দুয়ো বীৰ তৰুণ অধিকে সুকুমাৰ । চাৰি শৰে চাৰি ঘোৰা কাটিলা তাহাৰ ॥ |
| ১১৯ | দুইহান······হয় ॥ | খ | ( নাই ) |

| | | | |
|---|---|---|---|
| ১২১ | দূত······ধমু । | খ | ৰথত সাৰথি হত হত ভৈল ধমু । |
| | লড়······তালে ॥ | খ | লৱৰন্তে আন ধমু ধৰি তত্ত্বকালে । |
| ১২২ | ততকালে । | ক | নৰেশ্বৰ |
| | অনুশাল্ব······সকালে । | ক | অনুশাল্ল ৰথক নিলন্ত যমঘৰ । |
| ১২৩ | জীৱন্তে নযাস । | খ | সেহুৰে নেৰাস । |
| ১২৬ | অনুশাল্ব······নাপেখি ॥ | ক | ( নাই । ) |
| ১২৭ | মৃগে কৰে দাপ । | খ | মুষে (?) কৰে দৰ্প । |
| | তাৰ ভাঙ্গে কাপঝাপ ॥ | খ | সবে ভাঙ্গিবেক কৰ্প ॥ |
| | সুৱৰ্ণ পুঙ্খৰ— | ক | সুবন্নৰ্ ৰ পুংস । খ সুবৰ্ণ পুঙ্খিয়া । |
| ১২৮ | ব্যেথিত ভৈল যোদ্ধা | খ | ভেদিলা মহাক্রোধে । |
| | কৃষ্ণ······যুদ্ধ ॥ | খ | হৰিষতে বক্রুবাহ লাগি গৈলা যুদ্ধে । |
| ১২৯ | মুঢ়া কাষ্ট— | খ | মৰা গাছ । চড় পৰা গাছ যেন— |
| | | খ | স্বৰগ পৰাৰ মতে |
| ১৩০ | হৃদি নলড়য়— | খ | ফুঙ্কিলে নৰলে |
| ১৩৩ | কতো······একেশ্বৰ । | ক | ( নাই । ) |
| | দেখন্ত······সুত ॥ | খ | ( নাই । ) |
| ১৩৪ | আগি | খ | আতি |
| ১৩৫ | দেখন্ত······ছন্ন ॥ | ক | ( নাই । ) |
| ১৬৩ | আন······উঠি । | খ | ৰাহুতে মাহুতে আছিলেক উঠি উঠি । |
| ১৩৭ | [ দশন ] | ক | ত্রসন । |
| ১৪০ | [ অন্তৱস্থা ] | ক | অন্তঅস্থা |
| ১৪১ | [ শৃকালে ] | ক | শ্ৰীকালে । |
| ১৩৬-১৪৫ | ৰথ এড়ি······নাপেখি ॥ | খ | ( নাই । ) |
| ১৪৫ | হৰি·········কামদেৱ ॥ | ক | হৰগৌৰী সম্বাদ ধাইলন্ত বাসদে |
| ১৪৭ | বীৰ— | ক | কাল । |
| ১৪৮ | আৰু······ধাই ॥ | ক | ( নাই । ) |
| ১৪৯ | মহা······থিৰ ॥ | খ | পুনৰপি ৰণত প্ৰৱেশে মহাবীৰ বাহু ডাঙ্গি মাৰিয়া ৰণত ভৈলা থিৰ ॥ |

| | | | |
|---|---|---|---|
| ১৫৪ | ঘোৰ ৰণে অনির্ব্বাৰ ॥ | ক | দুয়ো দেৱৰ কুমাৰ ॥ |
| | দুয়ো ৰূপৱন্ত······যুঝন্ত ॥ | ক | ( নাই। ) |
| ১৫৫ | দুইহান······দন্দ ॥ | খ | দুহান্তৰ ভঙ্গ দুই চাহন্ত প্ৰৱন্ধে।<br>অন্যে অন্যে ছিদ্ৰক চাহন্ত দুইদণ্ডে ॥ |
| | হেন······আস্কোৱালি ॥ | ক | ( নাই। ) |
| ১৫৬ | ৰথ······পড়িল ॥ | খ | শ্ৰুতি এৰি দুয়ো বীৰ ভূমিত পৰিল ॥ |
| | যেন······পড়িল ॥ | ক | ( নাই। ) |
| ১৭২-৭৩ | যুদ্ধৰ······চিনিল ॥ | খ | তযু সেনা পলায় ৰণে জানিলো বহুত।<br>যুদ্ধক আশায়ে পলাই আছ অৰে সুত॥<br>চতুৰঙ্গ দলে সাজি আসিলোহো যত।<br>বিস্তৰ মাৰিলি সেনা মোহোৰ আগত॥<br>হেলাত সহিলা কোপ নভৈল তোমাৰ।<br>ক্ষেত্ৰিয় জাতিৰ নুহি হেন ব্যৱহাৰ ॥ |
| ১৭৭ | ( আৰম্ভতে ) | খ | ৰাজাৰ আদেশ শুনি চেৱটীয়া যত।<br>চলাৰন্ত প্ৰজাক যুদ্ধত পাই যত ॥ |
| ১৭৮ | বিচিত্ৰ | খ | হস্তীৰ |
| ১৭৯ | একবাণ | খ | কোটি বাণ, ধনুখান—ক ৰথখান |
| ১৮০ | ( মাজত ) | খ | যেন মধু-লোভে আসি ফুৰে মধুকৰ।<br>সেহিমতে হংসধ্বজ নৃপতিৰ শৰ ॥<br>আকাশত পক্ষী যেন ফুৰে জাকে জাক।<br>প্ৰলয়ৰ বহ্নি যেন দেখয় ৰাজাক ॥ |
| ১৮৪ | সেনা······শৰীৰ | ক | ( নাই। ) |
| ১৮৬-৮৭ | পুনৰপি······বিসঙ্গতি ॥ | ক | ( নাই। ) |
| ১৮৯ | হাতে······নিপাত ॥ | খ | ( নাই। ) |
| ১৯০ | পদাতিৰ······যমদূত ॥ | ক | ( নাই। ) |
| ১৯১ | সিঞ্চে······ফল— | খ | সবে যেন পকা তাল ফল |
| | ভেৰিণ্ট— | খ | প্ৰেত |

| | | | |
|---|---|---|---|
| | ভৈৰৱ— | খ | ভৰই |
| | খাই······শৰ ॥ | খ | মনুষ্যৰ মাংস খাই ॥ |
| ১৯২ | সিবেলাত······দীপচয় ॥ | ক | ( নাই । ) |
| ১৯৬ | নাহি কেৱ । | খ | নাহিকয় । |
| | নিমাইবাৰ······ক্ষেৱ ॥ | | প্ৰলয় কালৰ যেন আগনি জলয় ॥ |
| ১৯৯ | | ক | ( নাই । ) |
| ২০১ | | ক | ( নাই । ) |
| ২০২ | দিকি | খ | ভিতিৰ |
| ২০২-৩ | খোড়ত······হেতু ॥ | খ | ( নাই । ) |
| ২০৩ | হংসধ্বজ······গণে ॥ | ক | ( নাই । ) |
| ২০৫ | | খ | ( ২০৭ পদৰ পিছত । ) |
| ২০৬ | | খ | ( ২০৭ আৰু ২০৫ পদৰ পিছত । ) |
| ২০৭ | সিও······হত । | খ | সি হেন নৃপতি সমৰত ভৈল হত । |
| ২০৯-২১০ | খোড়ত······মুখে ॥ | খ | তুমি আমি প্ৰাণ ৰাখি আছোঁ এহি ঠাই ।<br>দুইহান্তৰো প্ৰাণ আজি সুজু সমুদাই ॥<br>যুধিষ্ঠিৰ ৰাজা শুনি পাইব বৰ দুখ ।<br>এহি সব বাৰ্ত্তাক পাইবেক কাৰ মুখ ॥ |
| ২১০-২১১ | মহাদাতা······মহাবীৰ ॥ | খ | ( নাই । ) |
| ২১২ | দিলাক— | খ | কৰিলা । ঘুৰে কুপৰতী ॥— |
| | | খ | পৰিল কূপতী ॥ |
| ২১৩ | ( পদৰ শেহত ) | খ | সেহি বেলা অৰ্জ্জুনৰ নাহিকে নিমিষ<br>মাথা নাহি গাণ্ডী গোট দেখিতে কুবেশ ॥ |
| ২১২-২১৩ | | ক | ( নাই । ) |
| ২১৪ | বাসুদেৱ | খ | দুইহান্তক |
| ২১৭ | মহা বড়া— | খ | মহাবীৰ |
| ২১৮ | এবে······সমুদায় । | ক | সিবেলাত আমিও সহায় । |

অৱভৃথ— ক অৱতিতে খ অৱস্থত

২১৯ পুষ্প-মাল— খ ফলফুল। অনেক সধৱা—

ক অসংখ্যাত নৰ

কনকে······স্থান— খ সুবৰ্ণে ৰচিব আৰু তেনে।

তৰিবৰি কাপৰি— খ ব্ৰহ্মচাৰী দণ্ডধাৰী

২২০ এদিনাৰ······জুয়াৰ খ হস্তিৰো পিছলে পাৱ সুজলৰো বুৰে
আঙ্ক তুমি জানিবা সবাৰ।

জুয়াৰ— ক জয়াৰ

২২২ তথাঞ্চে— খ হস্তি গুছি, বৃহযেণ খ বৃহৎসেন

২২৩ জয় জয়······প্ৰচাৰ॥ খ

জয় জয় নৃপবৰ দুৰ্লভ নাৰায়ণ ৰাজা
কামাখ্যা গোসানী দেন্ত বৰ।

সপুত্ৰ বান্ধৱে নিতে সবান্ধৱে মনোনীতে
জীৱন্তোক সহস্ৰ বৎসৰ॥

তাহান ৰাজ্যত গত সৰ্ব্বজন মনোনীত
অশ্বমেধ পদ মধ্যে সাৰ।

বিপ্ৰ হৰিহৰ কবি হৰিৰ চৰণ সেবি
পদবন্ধে কৰিলো প্ৰচাৰ॥

২২৫ সমৰক······কাৰণে। খ মৰণক ভয়ে পলাই যাইবো
কোন গুণে॥

২২৮ লক্ষ্মণা······সৱ— খ ৰুক্মিণী উত্তৰা মোৰ

তেসম্বে······আসি॥ খ সৱে মোক হাসিবেক ৰণভঙ্গ দেখি॥

বিশেষত······নিচয়॥ যেনে তেনে ৰণ মাজে সাধিয়োক জয়।
বিশেষত তোমাৰ সহায় ধনঞ্জয়॥

২৩০-৩১ এৱে······একেশ্বৰ॥ খ (২২৮ আৰু ২৩০ পদৰ মাজ
ঠাইত আছে।)

২২৯ ব্ৰাহ্মণৰ······অন্তৰে। খ স্বামীদেৱ গুৰুজন মিত্ৰৰ নিমিত্তে।

২৩৩ সুৱৰ্ণ······যমৰ কৰণ॥ খ সুৱৰ্ণ কৱচ গাৱে পিন্ধিলা সন্নাহ।
ডাক দিয়া বোলে অৰে শুন বভ্ৰুবাহ।
পাণ্ডৱৰ বীৰগণ আসিলেক মানে।
মাৰি মাৰি নিলা সৱে যমৰ কাৰণে॥

২৩৪ নগৰীক······ধাই ॥ খ আপোনাৰ পুৰী ।
তোক মাৰি তাসম্বাক
আনিবো উদ্ধাৰি ॥

২৩৪ তিনি······বাঢ়ি ॥ খ হেন শুনি বব্রুবাহা গৈলা আগবাঢ়ি ।
বাহ্ন পাট শৰ টোন হস্তে লৈলা
কাঢ়ি ॥
কৰ্ণমানে টানিয়া মাৰিলা বীৰবৰ ।
বৃষকেতু বীৰৰ ভেদিলা কলেৱৰ ॥

২৩৫ সেহিবেগে······গৈল ॥ খ মুৰ্চ্ছা গৈয়া বৃষকেতু ভূমিত পৰিল ।
বাজ হুয়া সৰ্পগণ পাতালক গৈল ॥

২৩৬ তনয় ।— খ নন্দন ।
অৰ্জ্জুনৰ পুত্ৰক দেখিলা তেতিক্ষণ ॥
তেতিক্ষণে বৃষকেতু কৰ্ণৰ তনয় ।

২৩৭-৩৮ তনয় । বৃহকেতু···বৃহৰ ॥ খ মণিপুৰেশ্বৰ ।
তিলসম কৰি ৰথ কাটিলা বীৰৰ ॥

২৩৯ কোপ······প্ৰমাদ ॥ খ ৰণজয় ভৈল দেখি মনে ভৈল টঙ্ক ।
গাৱে বল আছে মানে শঙ্খে দিল
ফুঙ্ক ॥
কতো বেলি গুণি বোলে কৰ্ণৰ
নন্দন ।
হৰি হৰি দৈৱ বিধি হেনসে
লেখন ॥

২৪২ নচাপিল— খ নলজ্যয় ।

২৪৩ অৰ্জ্জুনৰ পুত্ৰে শৰ— খ সূৰ্য্যৰ অস্ত্ৰক দুই প্ৰলয় কালত
খ প্ৰলয়ৰ বহ্নি

২৪৪ ৰথী ৰথ ৰাজাগণ— খ গজ বাজি প্ৰজা যত

২৪৫ অসংখ্যাত— খ আনি সাত

২৪৬ প্ৰলয়ৰ বহ্নি— খ বাহ্নয় অগ্নিৰ

২৪৭ সাধু সাধু বৃহকেতু— খ সহজে সপ্তম হোৱা
কটক— খ কুটুম্ব

| | | | |
|---|---|---|---|
| ২৪৯ | ফুৰাৱয় দশেদিশ— | খ | আকাশত ফুৰাইলন্ত |
| | মন্ত্ৰৰ— | খ | অস্ত্ৰৰ |
| ২৫০-৫১ | (মাজত)— | খ | কোপ অপমানে লাজে ভয়ে কৰ্ণসুত।<br>পাঞ্চ পাঞ্চ শৰ আনি যুৰিলা গুণত ॥<br>ৰথি ৰথ সাৰথি নৃপতি ধনু ধাৰ্য্য।<br>আকাশক লাগি উৰুৱাইলা সবে সাজ ॥ |
| ২৫২ | পৰ্ব্বতত······সম্পাতি ॥ | ক | পৰ্ব্বতত পড়ন্তেজে দেখিল সম্প্ৰতি ॥ |
| | | খ | পৰ্ব্বতে পৰিল যেন পক্ষী ফিৰিঙ্গতি ॥<br>(সৰথো ভানুনা দগ্ধো যথা সম্পাতিৰণ্ডজঃ ॥<br>—জৈমিনীয়াশ্বামেধঃ, ৩৭-৩৫।) |
| ২৫৪ | হেন······দায়াদ। | ক | হাসি হাসি বোলে কৰ্ণসুত বৃহনাদ। |
| ২৫৫ | মৰিলেসে— | খ | অবিলম্বে |
| | পাৱয় প্ৰত্যেক— | খ | পাৱে অল্পতেক |
| ২৬৫ | ঘৰসা-ঘৰসি— | খ | আজোৰা আজুৰি |
| ২৫৭-৬৮ | (এই অংশত সাঁচিপতীয়া আৰু ছপা পুথিৰ পাঠৰ বহুত অগা-পিছা হৈছে। ইয়াত সাঁচিপতীয়া পুথিৰ পাঠকে ৰখা হ'ল।) | | |
| ২৭১ | ধন্য ধন্য······নাই ভয় ॥ | (খ)—ক (নাই) | |
| ২৭৪ | সুৱৰ্ণৰ ঝাতিকাম— | খ | সবে সুৱৰ্ণৰ কাণ |
| | সন্ধান— | ক | সন্ত্ৰাস |
| ২৭৫ | নাৰায়ণ— | খ | বাসুদেৱ |
| | মোৰ সৰ্ব্বক্ষণ ॥ | খ | তুমি বিনে আমাৰ যে গতি নাহি কেৱ ॥ |
| ২৭৯ | কেনি— | ক | কেৰ্ন্নি, খ গুছি |
| ২৮২ | আৰো— | খ | নাৰায়ণ |

| | | | |
|---|---|---|---|
| | বাপেককো'''ভিতি— | খ | বাপ মৰা চৰা দিলো তোমাৰ হাতত। |
| | ভুমিতি— | খ | ভুমিত |
| ২৮৩ | সবে ভৈলো পাসৰণ— | খ | ভৈলোহো প্ৰৌশ্ৰৱণ |
| ২৮৫-৮৮ | মহাদাতা''''''তোক ॥ | ক | ( নাই। ) |

[ স্বগাত্রং হি সমুৎকৃত্য পিতা শক্রায় তে দদৌ। ইত্যাদি,
—জৈমিনীয়াশ্বমেধঃ, ৩৮-৯ ]

| | | | |
|---|---|---|---|
| ২৯০ | ( প্ৰথমতে ) | খ | কোথা বা গৈলেক হৰি প্ৰভু জনাৰ্দ্দন।<br>আপদত মোহোক নকৰা সান্বৰণ ॥<br>সুমৰণে নাসা যেবে জানিলোহো হৰি।<br>ইটো দুখ সন্তাপ সহিবো কেন কৰি ॥<br>কি কৰি বুৰাইলোঁ মৰাইলোঁহো কৰ্ণসুত।<br>মোক লাগি কৈক গৈলা যম যমদূত ॥ |
| ২৯১ | নোগোকা— | খ | ঘোকোটা |
| ২৯৩ | খ ( এই পদ ২৯১ পদৰ "বেশ্যাৰ তনয়" ইত্যাদিৰ আগতহে। ) | | |
| ২৯৪ | ( প্ৰথমতে )— | খ | উঠিয়োক সত্বৰে কপট পৰিহৰি।<br>বৃষকেতু মুণ্ড গোট থৈয়ো ঝান্ত কৰি ॥ |
| ২৯৫ | যজ্ঞ''''''মৰা ॥ | খ | জন্ম সাম্ফলিয়া যে সম্মুখ ৰণে মৰ ॥ |
| ২৯৭ | ( মাজত )— | খ | কতো বন্দী কৰি নিলি আপোনাৰ পুৰী।<br>তোক মাৰি তাসম্বাক আনিবো উদ্ধাৰি ॥<br>নীচক আশ্ৰয় দিয়া পাইলো তাৰ ফল।<br>বৃষকেতু মাৰিলিহি জীৱন নিষ্ফল ॥ |

| | | | |
|---|---|---|---|
| | | | যেনে তেনে বীৰ মাৰি তোৰ ভৈল গহ ।<br>মোৰ সমৰক আজি খনিতেক সহ ॥ |
| ২৯৯ | ( মাজত )— | খ | হেন দেখি পুনৰপি কৰি শঙ্খনাদ ।<br>দশো দিশ পূৰিলেক মেঘৰ সম্বাদ ॥<br>হস্তি ঘোৰা অশেষ সাৰথি ৰথী ৰথ ।<br>শৰ হানি অৰ্জ্জুনে পেখিলা যম পথ ॥ |
| | শৰক......পৰি । | খ | শৰচয় কতো গাৱে পৰি । |
| | মৰিবাক......কতো— | খ | পলাই কতো সেনাগণ |
| ৩০০ | গ্ৰামে নগৰে পুৰে— | খ | চাহে নগৰীয়া লোক |
| ৩০১ | উড়্ৱাইল বাৰে | খ | পচোৱা বতাসে |
| | সেহিভাৱে···শৰঘাৱে ॥ | খ | অনেক দূৰক নিয়া ফুৰাৱে আকাশে ॥<br>বক্ৰুবাহ ৰাজাৰ সেনাৰ সেই ঠানে ।<br>আকাশত ফুৰাৱই অৰ্জ্জুনৰ বাণে ॥ |
| ৩০২ | ( আৰম্ভতে ) | খ | প্ৰলয়ৰ বহ্নি যেন দহয় প্ৰজাক ।<br>শৰ হানি অৰ্জ্জুনেয়ো দহয় সেনাক ॥<br>যি দিশৰ পৰা আসে অৰ্জ্জুনৰ শৰ ।<br>হেঠ মুণ্ডে পলাই প্ৰজা মৰিবাক ডৰ ॥<br>যুগান্তৰ যম যেন দেখি অৰ্জ্জুনক ।<br>মহা ভয়ে পলাই সবে ৰাজাৰ কটক ॥ |
| ৩০৩ | ( আৰম্ভতে )— | খ | টোন হন্তে আনন্তে যে যোৰন্তে টাৰন্তে ।<br>আকলিব নোৱাৰন্ত গাৱত পৰন্তে ॥ |
| | আন······শৰময়— | খ | আকাশ দেখন্তে তমোময় ॥ |
| ৩০৪ | থু পেলায়······চায় ॥ | খ | চক্ষু মুদি বাজলই কতো পলাই যাই । |
| ৩০৫ | ক্ৰোধে······উছাহা ॥ | খ | ৰাজা পিন্ধিলা সন্নাহ ॥ |
| ৩০৬ | সেহিতানে— | খ | সেহি থান । |
| | ছত্ৰানালে— | খ | ৰথখান । |

| | | |
|---|---|---|
| ৩০৭ | নিন্দাই— | খ ৰাজাই |
| ৩০৮ | পাসৰিব— | খ পাসৰিবা |
| ৩১০ | সেহি······কৰি ॥ | খ সি থানক আসে হৰি অতি শীঘ্র কৰি। |
| | আকাৰ্য্যত······বহুত ॥ | খ অকস্মাৎ মাৰক নিন্দিলা কুন্তী সুত। |
| ৩১২ | আচণ্ডি-আবণ্ডি কৰি— | খ ধৰ্ম্মপথ চাৰিলাহা |
| ৩১৩ | খনিক······সুমৰণ ॥ | খ উপাসিয়ো ক্ষণেক সুমৰ জনাৰ্দ্দন। |
| | যেবে······মাৰিএৰো— | খ যেন জানস মৰিয়ো এৰো |
| ৩১৩-১৪ | যুদ্ধ······তৃণৰত | খ (নাই।) |
| ৩১৮ | ভল্ল— | খ শৰ |
| ৩২৩ | প্ৰজা সংহৰিতে— | সুস্বোক সাঙ্গুৰিব |
| ৩২৪ | শতেক······পড়ে ॥ | খ সকলো পৰ্ব্বত কাম্পে শিখৰ নগৰে।<br>খৰ বায়ু বহে ঘনে ঘনে বজ্র পড়ে ॥ |
| ৩২৮ | দুয়ো আছিলো— | খ স্নানে, |
| | আসঙ্গে— | খ একসঙ্গে |
| ৩২৯ | হেনতো······পাওঁ— | খ জানো কোনোমতে কিক অপৰাধক এৰাওঁ ॥ |
| ৩৩১ | দশন-পঙ্কতি— | ক প্ৰসন্ন পঙ্কত্তি, খ দশনৰ পান্তি |
| ৩৩২ | কাল— | খ নীল, |
| | কুসুমে— | খ কিৰীটি |
| ৩৩৩ | একাদশী— | খ ত্ৰয়োদশী |
| ৩৩৭-৩৮ | যৈসানি ভূমিত······প্ৰকাশে ॥ | খ (৩৩৫ পদৰ মাজ ঠাইত) |
| | কাৰুণ্য— | খ আকুল (৩৩৮ পদ খ-ত কিছু পৃথক।) |
| ৩৪০ | (প্ৰথমতে) | খ অৰ্জ্জুনৰ সম ধনুৰ্দ্ধৰ নাহি কেৱ।<br>তাহাঙ্কো সমৰে কাটিলন্ত নৰদেৱ ॥<br>ৰঙ্গ ঢঙ্গ ৰাজা যত কৰাইলা অপাৰ।<br>সমদলে আনন্দে নগৰে পয়োসাৰ ॥ |
| ৩৪১ | গাৱে— | খ গাই নৰ্ত্তকী······ভঙ্গিভাৱে ॥<br>খ তৰুণীগণ আছে ঠাই ঠাই ॥ |

| | | | |
|---|---|---|---|
| ৩৪২-৪৩ | হাতে দূৰ······বাঢ়িবাক যায়॥ | খ | (নাই।) |
| ৩৪৪ | কতোজনী কস্তুৰী······মাথে॥ | খ | (নাই।) |
| ৩৪৬-৪৭ | অনেক······গীত গাই॥ | খ | (নাই।) |
| ৩৪৯ | আই নিৰন্তৰে— | খ | জগতৰ নৰে |
| ৩৫২ | চন্দন— | খ | চামৰ |
| ৩৬০ | আৰো সৱ······পাই॥ | খ | (নাই।) |
| ৩৬৬ | (মাজত) | খ | কুন্তীৰ তনয় ধৰ্ম্মৰাজাৰ কনিষ্ঠ। নাৰায়ণদেৱৰ পৰম প্ৰিয় ইষ্ট॥ আমাসাৰ স্বামী যে তোহোৰ হন্ত বাপ। হেন অৰ্জ্জুনক মাৰি কৰিলিহি পাপ॥ |
| | মাতিল— | খ | নিন্দিল |
| ৩৬৯ | উৱাৰিক— | খ | যে বাড়ীক |
| ৩৭৩-৭৪ | কতো বেলি······ধৰিলন্ত মাথে॥ | খ | (নাই) |
| ৩৭৫ | বুলিবাক লাগে— | খ | নোবোলাহা প্ৰভু |
| ৩৭৭ | সাক্ষী— | খ | পাছ, |
| | ৰাধা-চক্ৰ— | খ | মৎস্য-চক্ৰ |
| ৩৭৯ | হৰে তাক— | খ | তোমাসাক |
| ৩৮০ | পাপিষ্ঠক, দায়ালুক— | খ | পাপিষ্ঠীক, নিদাৰুণ |
| ৩৮২ | মুখ গোটে মোক বুলি— | খ | মুখে চুম্বন কৰিয়া |
| ৩৮৫ | তেৱে······অনাট॥ | খ | তেবেসে তোহোক লোকে হুবুলিব নাট॥ |
| | আছো ৰামে— | খ | পৰশুৰামে |
| ৩৮৬ | পুনু বাপৰ মাৰৱ— | ক | কাৰ বচনে বাপৰ |
| | যেৱে······জলে॥ | ক | (নাই।) |
| ৩৮৭ | অধৰ্ম্ম— | ক | অধাৰ্ম |

৩৮৮ তাত···বুলিয়ো যেহেন ॥ খ তাক মাৰি আশা ভঙ্গ কৰিলি যেহেনে ॥
এহি কথা হোৱে নোহে গুণি চায়ো মনে ॥

৩৯০ সত্যভামা— ক সাত্যকিক

৩৯১ অনুপাম— ক নানা বস্ত্র

৩৯৮ এবেসে······পাপ ॥ খ লভিলো দাৰুণ তাপ ললাটে সন্তাপ ।
কেনমতে এৰাইবোহো বাপ মৰা পাপ ॥

৪০১ যিবাজনে······স্মৰণে— খ যিটো অধৰ্মে মৰিলোঁ ।
কৃষ্ণক স্মৰণে সবে পাপ এৰাইলোঁ ॥

৪০২ অগ্নি খাই— খ অগ্নি জালি

৪০৪ পৰক······খাই ॥ খ এহি বুলি মনদুখ কৰিলা ৰাজাই ॥

৪০৮ কৰ্ক্কোটক···আসৰিশ ॥ খ তক্ষক কুলিশ কৰ্ক্কটক আসৰিক্ষ ।
ধৃতৰাষ্ট্ৰ পুণ্ডৰীক আৰু যে সতাক্ষ ॥

৪০৯ সাত তক্ষে লক্ষ— খ শতেকৰ লেখা
কাৰো এক লক্ষ— খ শতেকৰ দেখা

৪১১ ফেণাত— খ শৰীৰে,
দেখাইলো— ক দেখালু, খ নেদেখো

৪১৩ পুৰিয়ো সহাতে— খ পুৰিয়োক ঝাণ্ট কৰি,
কেনমতে খ কেন কৰি

৪১৭ তুমিসে সৰ্পক···কথা কিক ॥ খ
যদিবা মণিক নিদি দিয়ে ঘোৰ ৰণ
মোহোৰ শৰক সহিবাক পাৰে কোন ॥
কৰ্ণৰ পুত্ৰত কৰি নুহিকয় চাৰ
মোক জিনিবেক সৰ্পৰ বা কোন ঘৰ ॥

৪১৮ হেনয় বাপক······কোনে কৰে ॥ খ ( নাই । )

| | | | |
|---|---|---|---|
| ৪২০ | মোৰ বীৰত্বক······ আপুনে ॥ | খ | (নাই।) |
| ৪২১ | বাতুল-চৰিত্ৰ···চেঞ্চাস ॥ | খ | বাতুলৰ বোলে সবে কতক লপস ॥ |
| ৪২২ | পৰম মহন্ত— | ক | আতি সৱ যুগুতি |
| ৪২৪ | বৈশ্বানৰ— | খ | সুৰ নৰ |
| ৪২৫ | নখে······লগাস ॥ | খ | কুঠাৰে নাকাটে নখে বিদাৰিবে চাস ॥ |
| ৪২৬ | মাতিল তৈসান— | খ | দিলে বিগুমান। |
| ৪৩১ | ৰাজভোলে···নপাই। | খ | সৰ্পে বোলে ভালে জানো মাণিক নেদয়। (ন শীঘ্ৰং জায়তে কাৰ্য্যং নৃণাং ৰাজসভাসু চ। জৈমিনীয়াশ্বমেধঃ, ৩৮।১৭১) |
| ৪৩৩ | মোৰ মান তুল্য— | খ | মোক মনে ভৈল |
| ৪৩৪ | দেখি ভয় ভীত— | খ | দেখন্তে বিপৰীত |
| ৪৩৬ | অমৃত নৱ কুম্ভ— | খ | অমৃতময় কুম্ভ |
| ৪৩৭ | সংকক— | ক | সংক, খ সঙ্কাক |
| ৪৪০ | শেষ······আৰে। | খ | অনন্তে বোলয় কি কহিলে অৰে তৰে। |
| | হৰসে শকত— | খ | হৰি হে সহায় |
| | আনে······তহিত ॥ | খ | কোনে কেনমতে মাৰে সবে বিপৰীত ॥ |
| ৪৪১ | দায়া সন্তে— | খ | দয়া কৰি |
| ৪৪২ | হেন জানো·· হেন ঠান ॥ | খ | (নাই)। |
| ৪৪৪ | দুৰ্য্যোধন— | খ | বিদুৰথ |
| ৪৪৬ | নীলধ্বজে······ৰণ। | খ | নীলে বোলে পাণ্ডৱত লৈবোহো শৰণ। জনা বোলে আমি সমদলে কৰো ৰণ ॥ |
| ৪৪৮ | উলুকে বোলয়— | খ | নীলকেতু বোলে |
| ৪৫১ | নিলয়— | খ | নিৰ্ণয় |

| | | | |
|---|---|---|---|
| ৪৫৪ | ( মাজত )— | খ | অপুত্ৰক ভৈলা তুমি জগতৰ আই। এতেকে তোমাক নিন্দা কৰিতে যুৱাই ॥ এতেক বচন শুনি জগতৰ মাৱ। আৰকত আখি-মুখ বিহ্বল স্বভাৱ ॥ |
| ৪৫৫ | হেন শুনি···হেন কৰি ॥ | খ | ( নাই। ) |
| ৪৫৭ | বাপুতৰ— | খ | বাপে পোৱে |
| ৪৫৮ | সৱাকে জীয়াইলে— | খ | মৰা জীয়াইবাৰ |
| ৪৬১ | আমাৰ······কি। | খ | মোৰ সঞ্জীৱনী মণি থাকি কৰে কিক। |
| | হৱে ঋী ॥ | খ | হোৱে জীক ॥ |
| ৪৬৩ | কুকুতি······মনে ॥ | খ | হেট মাথা কৰিয়া নিশ্বাস কাঢ়ে ঘন ॥ |
| ৪৬৫ | তোমাক······আসুধি ॥ | খ | তোমাৰেসে হিত পক্ষে বোলো সবে বুদ্ধি। অধৰ্ম্মী জনৰ একো নাকলে ঔষধি ॥ |
| ৪৬৬ | মাতঙ্গ······শাপৰ— | খ | মাৰ্কণ্ডেয় শাপত গৰুড় |
| ৪৬৭ | ত্ৰীসৱে······চৰণে— | খ | নাৰী সবে স্বামী বুলি নামানিব মনে ॥ |
| ৪৬৮ | ধন-হানি— | খ | ধৰ্ম্ম হানি |
| ৪৬৯ | হেন জানা···সমুদায় ॥ | খ | ( নাই। ) |
| ৪৭০ | হেন······লৱে— | খ | হেনতো সবাৰে কথা শুনা |
| | হনবৰ্য্যে······যুৱাই ॥ | খ | অমৃতৰ হস্ত যদি দেন্ত কৃপাময়। হেন হৰি আছন্তে মৰিবে ধনঞ্জয় ॥ |
| ৪৭২ | মণি পাই······হাতে ॥ | খ | আমাক এৰিলা আশা জোৱাইক চাহন্তে ॥ |
| ৪৭৫ | সুনা······পুণ্ডৰীক ॥ | খ | পুণ্ডৰীকে কৈলা মণি নিদিয়ে নিশ্চিত ॥ |
| ৪৭৮ | কৰিএৰো— | খ | কৰিবোহো |
| ৪৭৯ | আছে কোন স্থানে। | খ | মাৰিবো তহিত |
| | অনন্তক······তহিত ॥ | খ | ( নাই। ) |
| ৪৮১ | তৃণৱতে······ধৰি ধৰি ॥ | খ | ত্ৰৈলোক্যৰ যত সাপ তাক থৈবো মাৰি ॥ |

| | | | |
|---|---|---|---|
| ৪৮২ | ঢাকি যেন্ত্রে— | খ | লাগি যদি |
| ৪৮৩ | মঙ্গল পটহ— | খ | মৃদঙ্গ কৰয় |
| ৪৮৬ | তাহাঙ্ক······শকতি— | খ | তাক যুজিবাক চাই কিনো মন্দমতি ॥ |
| | মণি······হাক। | খ | সঞ্জীৱনী মণি দিতে তই দিলি হাক। |
| | কটক-পাটন দেয়ো— | খ | সবে সৈন্য লই তই |
| ৪৮৮ | দিব্য— | খ | দীৰ্ঘ |
| ৪৮৯ | ভৈল সাজু। | খ | সৰ্পৰাজ। |
| | বাজু ॥— | খ | বাজ ॥ |
| ৪৯০ | সেনা তদ্বত— | খ | ভাৱ তবধ |
| | অসংখ্যাত মাৰে। | খ | অশেষ তোমৰ। |
| | বলে যিটো যাক পাৰে | খ | ৰণ যাইবাক নপাৰে ॥ |
| ৪৯২ | লগাএৰ— | খ | লগায়োক |
| ৪৯৩ | সৈ— | খ | বৈ |
| ৫০৫ | ধূম্র বিচি— | ক | ধূৰ্ম্ম বিচি, খ ধোৱাঁ দিয়া |
| ৫০৬ | শতেক ৰাজবালা— | ক | সতেক ৰাজ সালা |
| ৫০৮ | কৃষ্ণক······গণি ॥ | ক | হৰি লাগ পাইলে ইহাক কোনে গণি ॥ |
| | হৰিণক······সোধে। | ক | হৰিৰ আগত ইহাক বা কোনে গণে। |
| | শশাক— | ক | সৱাকে |
| | বিস্তৰ······বান্ধে ॥ | খ | বিস্তৰ অন্তৰ ছাগলৰ দুগ্ধ যেনে ॥ |
| ৫১৫ | দুষ্টভাৱে কুবুধি— | খ | দুম্মুহ কুবুদ্ধি |
| ৫১৭ | বাপতিয়া সমৰত— | খ | বাপে পোৱে যুদ্ধ কৰি। |
| | দন্দে ॥ | খ | যুদ্ধে॥ |
| ৫১৮ | অৰ্জ্জুনক জীয়াইবেক ॥ | ক | মণি নপাইলাহা তাক ॥ |
| ৫১৯ | এৱে জানো ধৰ্ম্মৰাজ ॥ | খ | অৰ্জ্জুন জীলেসে জয় হৈব ধৰ্ম্মৰাজ। নপাৰিলো কৰিবে মিত্ৰৰ কিছু কাজ। |
| | তুমি সৱে চাহা···পাৰি ॥ | ক | মিত্ৰৰ কাৰ্য্য জেবে সাধিবাক পাৰি। |
| ৫২০ | অশ্বমেধ কৰিবন্ত ॥ | খ | ৰাজসূয় কৰিলন্ত |
| ৫২২ | আমি সৱ আছন্তে— | খ | হেন মই থাকন্তে। |

| | | |
|---|---|---|
| | এড়ায়োক দোষ— | খ হুয়োক সন্তোষ। |
| ৫২৪ | বকদাল্ভ— | ক ৰন্তানল্দ, খ বকদণ্ড ( ৱকদাল্ভস্য বনে, ৩১।৭৬ ) |
| ৫২৮ | কলকলি……অথিৰ। | খ কোলাহল শুনি ৰাজা মনে হুহি থিৰ। |
| | আসি— | খ বাপ |
| ৫২৯ | মূৰ্চ্ছা……প্ৰভৃতি ॥ | খ কোনেনো নিলেক বুলি কান্দে ঠাৱে ঠাৱ। দেখন্ত ভূমিত পৰি আছে দুয়ো মাৱ॥ |
| ৫৩০ | চকমকাই— | খ চমকি উঠিয়া |
| ৫৩১ | অনুমানে— | খ স্বপ্নপত |
| ৫৩৩ | ( প্ৰথমতে )— | খ দিন হন্তে হিয়া পোৰে আৰু স্বপ্ন দেখি। জানিবা মাধৱে নাশে তোৰ প্ৰাণ সখি॥ সুভদ্ৰাৰ অলঙ্কাৰ নিজে খসি পৰে। নিজীয়ে অৰ্জ্জুন বাপু হেন মনে ধৰে॥ |
| | শোকে বেথিত— | খ হেন শুনি |
| | সুমৰণে……ভৈল ॥ | খ নদি দীপ পৰ্ব্বতত হৃদিকম্প লভিল। হৰিৰ আগত পখাজোড়নে পড়িল॥ |
| ৫৩৬ | মণিপুৰৰ প্ৰাৰম্ভ— | ক ৰণস্থলিৰ আৰম্ভ |
| | সঞ্চে দিয়া আছে— | খ গৃহ সুৱৰ্ণৰ |
| ৫৩৯ | অৰ্জ্জুনৰ……তহিতে ॥ | ক অৰ্জ্জুনৰ সৱ দেখিলন্ত দুয়োজন অযুতেক তন্ত দেখিলন্ত একস্থান ॥ |
| ৫৪০ | মাধৱৰ চমকিল চিত্ত ॥ | ক মাধৱ ভৈলন্ত ভয়ভীত |
| ৫৪২ | বিকলে— | খ কি ভৈল |
| ৫৪৮ | গদাৰ……খণ্ডোক ॥ | খ মোহোৰ অভাগ্য কেনে চাহিয়ো আপুনি। বাপক জীৱাব মনে আনিলোহো মণি॥ |

| | | | |
|---|---|---|---|
| | | | অনন্ত সহিতে আছে জীৱাবাক ৰঙ্গ।<br>কোনে হৰি নিলে মুণ্ড ভৈলো<br>আশাভঙ্গ ॥ |
| ৫৪৯ | কৰিয়ো প্ৰহাৰ। | খ | কৰিয়োক দয়া। |
| | কাটি······কলেৱৰ ॥ | খ | কাটা মোক স্বস্থ হৌক কায়া ॥ |
| ৫৫০ | যেৱে চিণ্ডিএৰো— | খ | প্ৰভু ছেদা মোৰ |
| ৫৫৩ | দুয়ো মাৱ···মৃত্যু শুনি ॥ | খ | দুই মাৱে নমস্কাৰ কৰিলা চৰণে।<br>মৰা জীৱা হুবুলিবা মোহোৰ<br>কাৰণে ॥ |
| | জীউ মৰ— | ক | জিউ নৰ |
| ৫৫৪ | চৰি······মোক। | খ | মোহোক চাহিবে লাগে কিক। |
| ৫৫৫ | কহি— | খ | কৈক লাগি |
| ৫৫৭ | অধৰ্ম্ম— | খ | ধৰ্ম্মৰ |
| ৫৫৯ | আনিলোহো······<br>কি কাৰণে ॥ | খ | আনিলো অমৃত মৃত্যু সঞ্জীবনী মণি।<br>আজি অৰ্জ্জুনক নিজীয়াৱো<br>কোন গুণি ॥<br>তোমাৰ আগত ইসবক<br>সোধে কুনি।<br>সৰ্ব্বভাৱে পাণ্ডৱক ৰাখিছা আপুনি॥ |
| | শোকাকুলে ॥ | খ | শোকজলে |
| ৫৬৩ | দুষ্টভাৱ— | খ | দুম্মুহ |
| ৫৬৪ | টেটাই | খ | চেঞ্চাৱে |
| | আসিবাৰ— | খ | তেতিক্ষণে |
| ৫৬৭ | টেটান্ত | খ | চেঞ্চাৱে |
| ৫৬৮ | থাক······বৃষ। | খ | থাক বভ্ৰুবাহ আজি কৈক<br>লাগি যাস। |
| ৫৭০ | কল্যাণ ভৈল— | খ | কল্পনা সিদ্ধ |

৫৭২ মণি ধৰি······শ্ৰীহৰি ॥ ক মুক্ষ মুক্ষ ছাহি জিৱালন্ত দেৱ হৰি ॥
পাণ্ডৱী— খ পাণ্ডুৰ
৫৭৫ বাসৱক— ক আসনক
৫৭৬ চাৰি সিংহাসন— খ আনো ৰাজাগণ আনে
আনো যত······
গাৱে গাৱে ॥ খ সুৱৰ্ণ আসন আনি দিলা ভিন্নে ভিন্নে।
বসিলেক ৰাজাগণ আনন্দিত মনে ॥
৫৭৭ হেনসে সুখ মান। ক হেনয় ৰাজ্য খান।
কোননো······স্থান ॥ খ কেন কেন মত তাক নপাইল প্ৰমাণ।
৫৭৮ অনেক আছাদনে ॥ খ পুষ্প-গুৱা পানে ॥
বস্ত্ৰ— খ মালা
৫৮০ বুলি জনো— খ ৰণ কেন
শাস্ত্ৰে······বাহিৰে ॥ খ শাস্ত্ৰৰ বিচাৰ হেন ঋষিৰো বচন।
সমৰত জয় হোক তোমাৰ নন্দন ॥
৫৮১ কৰা বীৰ-নাদ
(ক, বিৰ নাদ) খ নকৰিবা নাথ।
তোমাৰ······বিবাদ ॥ খ তুমি অবিহনে যত কুটুম্বে অনাথ ॥
উলুপীক মাতিয়ো— খ উলুপীয়ো মাতিলা
লজ্জিত পুত্ৰক······সত্বৰে ॥ খ লজ্জা এৰি তযু পুত্ৰ মাতিয়ো সাদৰে ॥
৫৮২ ভীমক······হোৱে। খ ভীমসেনে মাতিলেক মাধৱক চাই।
৫৮৩ নাচায়া ওৱাৰি ॥ খ অধোমুখ কৰি ॥
৫৮৫ হেমালয় গিৰিৰ শিখৰ খ হেমৱন্ত পৰ্ব্বতত খেৰ
৫৮৮ কৰিলো নিৰ্ম্মূল। খ মাৰিলো বিপুল।
নচাহিলো— খ আছিলেক
৫৮৯ মাৰি থুনাই দিলা— খ বাপক দিলাহি
৫৯০ নিদানৰ এড়িএড়া খ কৰি নকৰিবা মনে
৫৯১ যিটো······যুগুত ॥ খ যেহি পুত্ৰ বাঞ্চে প্ৰাণী পাপত যুগুত ॥

| | | | |
|---|---|---|---|
| | পঞ্চ-পাতক-যুগুত ॥ | ক | পঞ্চদেৱতাযুগুত ॥ |
| | | | ( পঞ্চপাতককর্তাৰঃ— জৈমিণীয়াশ্বমেধ, ৪০.৪১ ) |
| | তাঙ্ক দৰশনে ॥ | ক | আছৈ দেৱ সনে ॥ |
| ৫৯৪ | অনেক······তুষ্ট | খ | মান্য যশ যত মান |
| ৫৯৬ | আল লৈল— | খ | আয়ু বৈল |
| ৫৯৭ | আমি থাকওঁ— | খ | আছে আছিলে |
| ৫৯৬-৯৭ | আল লৈব হৰন্ত শকত ॥ | খ | আয়ু বৈল অচিন্ত্য মহত্ব ॥ |
| ৫৯৮ | যত্ন······জঞ্জাল— | খ | যজ্ঞৰ কার্য্যত ভৈল ঠাৱৰৰ আউল । |
| ৬০০ | হংসধ্বজ প্রতিমুখে— | খ | হংসধ্বজ নৃপতি |
| | | খ | ৰাজাৰ সম্মানে তুষ্ট ভৈল কুন্তী-সতী । নাতিক সম্বুধি হেন বুলিলন্ত মাতি ॥ হাতে ধৰি বোলে বাপু উঠি হোৱা থিয় । মোৰ আশীৰ্ব্বাদ তোৰ হৌক চিৰঞ্জীৱ ॥ |
| ৬০২-০৩-০৪ | আশেষ······মনোনীত । | খ | অশেষ মধুৰ বাণী বুলিলা ৰাজাই । শিশু বুলি যত দোষ ক্ষেমিও জেঠাই ॥ ভীমসেন বদতি শুনিয়ো ভ্রাতৃ সুত । তোমাৰ বচন মোৰ কৰিবে যুগুত । কিন্তু মোৰ মনে খেদ কিঞ্চিতেকো নাই । যজ্ঞ কৰিবাৰ কার্য্য চিন্তিয়ো উপাই ॥ এহি বুলি ভীমসেনে থাকিলা তহিত । |
| ৬০৬ | মোক লাগি······থাকে | খ | তোমাৰেসে দয়া মোত আছে |
| | অজাই ·····পাতালে | খ | চলি যায়োক সকাল |

৬০৭-৬০৮ ৰাজাৰ······অপৰ্য্যন্ত ॥ খ কৃষ্ণক প্ৰণামি হেন বুলিলন্ত বাণী।
চলিলো পাতাল পুৰ তোমাত
মেলানি ॥
অনন্তে বোলয় পাৰ্থ থাকিয়ো
আপুনি।
পৃথিবীত থাকিবোহো আমি
কোন গুণি ॥
এহি বুলি অনন্তে পাতালে
গৈলা লৰি।
সৰ্পসবো পাতালে পশিলা
ডৰ ডৰি ॥
শ্ৰীকৃষ্ণ বদতি বিলম্বত নাই কাৰ্য্য।
ঘোৰাক উপেক্ষি চাহি আছে
ধৰ্ম্মৰাজ ॥
চলিয়োক বীৰগণ মেলিয়োক হয়।
ঘোৰাৰ ৰক্ষক মই আৰু ধনঞ্জয় ॥

৬০৮ মাধৱ প্ৰমুখ্যে খ কেশৱ প্ৰভৃতি
সৱেহন্তে······ঘোৰাৰ খ চপ কৰে লৰিলন্ত ঘোৰাৰ

৬০৯-১০ মণিপুৰ হন্তে······এহিমানে সমাপত ॥
খ বব্রুবাহ ৰাজাক লগত লৈলা সাজি।
ভাল ভাল কটক অসংখ্যা গজ বাজি ॥
মণিপুৰ হন্তে সেনাগণ বাজ ভৈলা।
শ্ৰাবণৰ মেঘে যেন গৰ্জ্জিবাক লৈলা ॥
অনেক কটক সেনা লগে সাজি যাই।
নসহে পৃথিবী কম্পি কম্পি লৰি যাই ॥
জৈমুনি বদতি শুনিয়োক নৃপবৰ।
কহিলো সমৰ বব্রুবাহ অৰ্জ্জুনৰ ॥
পিতা-পুত্ৰে যুদ্ধে মৃত্যু জিনিলা যি মতে।
প্ৰস্তুতে কহিলো মই তোমাৰ আগতে ॥

ই সব কথাক একেচিত্তে শুনে যেই।
সকলো পাতক গুছি শুদ্ধ হোৱে সেই ॥
ধন পুত্র জয় হোৱে যাৱে জীৱে মানে।
মৰিলেও স্বৰ্গ পাৱে দেৱৰ বিমানে ॥
অৰ্জ্জুন পুত্ৰৰ যুদ্ধ যিমতে মিলিলা।
জন্মিজয় নৃপতিক সাৱশেষে কৈলা ॥
তাক পদ বন্ধে যেবে হৰি হৰি ভণে।
শুনোতাৰ মনোৰথ পূৰন্ত সকলে ॥
জগন্নাথ মোহ লীলা মুকুতি কাৰণ।
তাক এৰাইবাক পাৰে ভাগ্য কোন জন ॥
সংসাৰ সাগৰে তৰিবাৰ কৰা কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥

# শব্দ-সূচী

অঘোৰ, ৩৯৯, ৫৮৩, ৫৮৬—ঘোৰ।

অজয়া, ৪৪১—অজেয়,

অজাই, ৬০৬—?

অনাট, ৩৮৫—?

অনুতৰ, ৭৫ = অনুত্তৰ, নিৰুত্তৰ।

অনুপাম, ৩৯১—অনুপম।

অন্তৰ, ২৬৮—আঁতৰ।

অন্তৰে, ২২৯—কাৰণে ; নিমিত্তে।

অন্যাঅন্যি, ১৩৯—পৰস্পৰে পৰস্পৰলৈ।

অন্যৱস্থা, ১৪০—দুৰৱস্থা।

অন্যোঅন্যে, ১০১—পৰস্পৰে।

অম্বুধি, ৩০০ = ঔষধি। তু° ক° অ° আহুদি।

অস্তিচয়, ৪৭১—অস্থিবোৰ।

অৱভৃত-স্নান, ২১৮—যজ্ঞ-সমাপনত যজ্ঞ-কৰোঁতাৰ স্নান (আৰু যজ্ঞৰ পাত্ৰবোৰৰ প্ৰক্ষালন)।

অভাগ, ৩৩০ = অ-ভাগ্য। দুৰ্ভাগ্য।

আকলিল, ৬৩—দেখা পালে।

আকলিলো, ২১৫—বুজি পালো।

আকাৰ্য্যত, ৩১০ = অকাৰ্য্যত।

আকুঞ্চিত, ৩৩২—কেঁকোৰা ; কেঁকোৰা-কেঁকুৰি।

আগি, ১৩৪—আগ ; প্ৰধান।

আঙ্কো, ২২০—অন্য ; অন্য এক।

আচণ্ডি-আবণ্ডি কৰি, ৩১২—উৎপাত কৰি ; অযথা কাম বা বাক্যৰ হেতুকে।

আছাদনে, ৫৭৮, ৫৯৪—আচ্ছাদনে ; আচ্ছাদনেৰে।

আছি, ২৭৯—হৈ ; থাকি।

আঝোড়-পিঝোড়, অঝোৰ-পিঝোৰ, ১৪১, ৩০৫ = আজোৰ-পিজোৰ।

আটে, ২৬৪—পিহে ; মোহাৰে।

আটোপে, ৮৫, ১৪৯, ১৫০—কোবেৰে ; বলেৰে।

আন্তৰ, ২৬৫, ৫০৮, ৬০২—আঁতৰ।

আন্দোলক, ১৫৬—আছাৰ ; আস্ফালন, আফাল।

আপাৰ, ৪৯৩ = অপাৰ।

আমৰা, ৫১২—আমি।

আৰি, ২২০—পণ।

আশেষ, ৬২, ৯৯, ২৯২, ৩৯৫, ৬০২—অশেষ।

আৱথা, ৪১ = অবিবাহিতা।

আৱশে, ৫০৯ = অৱশ্যে।

আসঙ্গ-প্ৰসঙ্গ, ৪৮—আদান-প্ৰদান ; হাট-বাট ; কামকেলি।

আসৰিশ, ১০২, ৪০৮ = অসদৃশ। বিপৰীত, ভয়ঙ্কৰ।

আসুধি, ৪৬৫=ঔষধি। তু° ক° অ° আহুদি।
ইছা, ৪১৫=ইচ্ছা।
ইঠান, ১৩—এনেকুৱা ; এনে গঢ়ৰ।
ইহো, ৩৪৮—এই।
উচৰ, ২৩=ওচৰ।
উচাই, ৫৪—উচ্চ কৰি ; ওখকৈ উৰাই।
উচল-পাচল, ৯—উখল-মাখল।
উছাহা, ৩০৫, ৩১৯=উৎসাহ। উদ্যম।
উছুক, ৫৫৮=উৎসুক।
উতৰ, ৩৮৪=উত্তৰ।
উলুপে, ৬৫—উলুপীয়ে।
উসমিস, ৪৮৩—উলহ-মালহ ; উখল-মাখল ; উচ-পিচিনি।
উৱাৰিক, ৩৬৯—প্ৰাসাদলৈ। স° উপকাৰিক।
একল, ১৬৭—অকল ; অকলশৰীয়া।
একুতি, ৩৬০—একেটি পুত্ৰ থকা তিৰোতা। স° একপুত্ৰিকা।
একেশ্বৰ, ১৩৩, ৩৬৪—অকলশৰে।
একৈ একৈ, ১০৩—একোটা একোটা।
এহিনয়, ১৭৬—এনেকুৱা ; এনুৱা।
ওৱাৰি, ৫৮৩—প্ৰাসাদ। স° উপকাৰিক।
ওড়, ৫৩২—জৰা।
কই, ২২৩=কৰি।
কঙ্কপত্ৰে, ১১৭—বগলী-জাতীয় কঙ্ক নামৰ চৰাইৰ পাখিৰে।
কটক, ৬৫, ১৮৮—সৈন্যদল।
কটক-পাটন, ৪৮৭—সৈন্য-বাহিনী।
কটলা, ৩১=কেটেলা ( পছু )।
কথা-মাতে, ১৮—কথা-বতৰা পাতোঁতে।
কপৰতী, ২১১—মাইকী কপৌ।
কপাস, ৮৯—কপাহ।
কৰ্ণমানে, ১৩৪—আকৰ্ণ ; কাণলৈকে।
কলকলি, ৫২৮—কল-কলনি।
কাউ, ৪২৫=কায়।
কাঙ্কৰী, ৩৯২—মাইকী কেঁকোৰা।
কাংসী, ৫৬—এবিধ কাঁহৰ বাদ্য ; বৰকাঁহ। স° কাংস্য।
কাপ, ৫০৪—গৰ্ব্ব।
কাপ-ঝাপ, ১২৭—গৰ্ব্ব।
কাপৰ, ৩০৪, ৩০৫—কাপোৰ।
কাপৰি, ২১৯—ভিক্ষাৰী ; ফটা-চিটা কাপোৰ পিন্ধা মানুহ। স° কৰ্পটিক।
কাপে-জাপ, ৮৩—ঠিক নোহোৱা।
কাম, পিটি, ২৬—?
কামলি, ২৪—কম্বল।
কাহানি, কাহানী, ৩৬৭, ৩৯৪=কাহিনী।
কুপতি, ৩২—মাইকী কপৌ।
কুকুড়ি, ৪৬৩—?
কুবুধি, ৫১৫, ৫২১, ৫৬৩—কুবুদ্ধি, ধৃতৰাষ্ট্ৰ নাগৰ পুত্ৰ।
কুৰুছাঁয়া, ৩২—এবিধ চৰাই। কুৰুৱা?
কৃত্য, ৫৯—সুন্দৰ। তু° ক° স° কৃতী।

বনাৰে, ১৮—বনায় ; ( আকাশত ) উৰি ফুৰে।

বক্রুবাহ, বক্রুবাহা, ১৪, ২০, ২৫, ৬৬—[ স° ] ৱভ্রূৱাহন।

বলিয়াৰ, ১৪৬৭, ২১৭—বলী।

বস্নক, ৪৮১— ?

বড়য়াল, ৩৩—এবিধ চৰাই।

বড়া বড়া, ৪০৮—বৰ বৰ ; ডাঙৰ ডাঙৰ

বহাৰী, ৫৯৫ = ৱোৱাৰী। স° ৱ্যৱহাৰিকা।

বাজু, ১০১, ১৫৬, ৪৮৯—ৰণসজ্জা ; বেহু।

বাঝ, ৪৮৭ = বাজ। বাহিৰ।

বাপতিয়া, ৫১৭—বাপেকৰ লগত লগা।

বাপুতৰ, ১৭৬, ১১৭, ৪৫৭—পিতা আৰু পুত্র [ বাপ+পুত>পুত্র ]

বালুকি, ৩২—এবিধ চৰাই।

বাসৰ, ৫৭৫ = বাহৰ, থকা ঘৰ। প্রা° অ° বাসহৰ<স° ৱাস-গৃহ।

বাহা, ৩২৪—বায়ু।

বাঢ়ি, ৬৫৫—আগ বাঢ়ি।

বিগতি, ২৯১—ঠাট্টা ; বিদ্রূপ। প্রা° অ° বিগুতি, বিগুটি।

বিনথ, = বিনষ্ট।

বিশ্রুতি, ১৭১ = বিচুৰ্ত্তি ; শ্রুতি-জ্ঞান-হীন।

বুধিৱন্ত, ৪২৬ = বুদ্ধিমন্ত।

বৃতান্ত, ১৯ = বৃত্তান্ত।

বৃহ, বৃহকেতু, ২০২, ২০২, ২১৪, ২২৭ ২৩৮, ২৫০ = বৃষকেতু।

বেথিত, ব্যেথিত ১২৮, ৩১৫, ৫৩৩ = ব্যথিত

বেলে, ২৩৬—বেলিকা ; বেলিয়া ; সময়ত।

বেশ্যা ২৯১, ২৯২, ৩১১ = বৈশ্যা। বৈশ্যৰ স্ত্রী।

বেস্থৱাৰ, ২৩৪ = বেহাৰ। সৰিয়হ।

ভাতিজ, ২০২, ২০৮, ২২৬, ৫৪৮, ৫৮৮ = ভতিজা ; স° ভ্রাতৃজ।

ভিণ্ডি, ২৫, ২৮৯—দ'ম। প্রা° অ° ভিণ্ডা।

ভিতি, ২৮২—ফালে ; ফলীয়া ; পক্ষত।

ভূমিতি, ২৮২—ভূমিত।

ভেন্টি, ১৯১—ভূত-পিশাচ-জাতীয় এবিধ প্রাণী।

ভেমছি, ৫৬—এবিধ বাদ্য।

মউৰ, ৪৯৭ = ময়ূৰ ; ম'ৰা।

মণ্ডল, ১৪৯—থুপ ; বেহু।

মত্য, ৪৭০—শক্তি (?)।

মৰ্দ্দল, ৪৮৩—মাদল ; এবিধ খোল-জাতীয় বাদ্য।

মৰসাস, ৪২৫ = মৰসাহ।

মলচন্ত, ৩৫৮—মচে।

মস্থুৰা, ৩৩—এবিধ চৰাই।

মহাবড়া, ২১৭—অতি ডাঙৰ ; অগ্রগণ্য।

মাগিবয়োঁ, ৩৮৮—মাগিম ; খুজিম।

মাগুলি, ২৫—ঘৰৰ মাৰলি।

# শুদ্ধৰণি

| পৃষ্ঠা | পদৰ সংখ্যা | আছে | হ'ব লাগে |
|---|---|---|---|
| ১ | ২ | কেন নয় | কেননয় |
| ৩ | ১২ | ইখান | ইঠান |
| ১২ | ৬৩ | কেশটাৰ | কেশতাৰ |
| ২০ | ১১৪ | নৱপাট | নৱপাত |
| ৩৩ | ২০২ | সম্বুৰিয়া | সম্বুধিয়া |
| ৩৪ | ২০৬ | অন্বশালে | অনুশান্বে] |
| ৪২ | ২৪৬ | সৰ | শৰ |
| ৪২ | ২৪৬ | পাৱৰ | গাৱৰ |
| ৪৭ | ২৮১ | চেবুন্তা | চেৰণ্ডা |
| ৪৮ | ২৮৪ | গণিজত | গণিতাত |
| ৫৭ | ৩৪৫ | মুনিপুৰ | মণিপুৰ |
| ৬১ | ৩৭১ | আমড়ালি | আমডালি |
| ৬২ | ৩৮০ | এতো | এভো |
| ৭৩ | ৪৪৭ | সাজি-সাৰি | সাজি-পাৰি |
| ৭৩ | ৪৫১ | নিলয় | নির্ণয় |
| ৭৪ | ৪৫৬ | টোলত | টোনত |
| ৭৬ | ৪৬৬ | শাপৰ | শাপত |
| ৮৯ | ৫৫৩ | চৰণে যেন মিল | চৰণে যে নমিল |
| ৯০ | ৫৬১ | গৃহে | গহে |